প্ৰকাশক ঃ
দত্ত বৰুৱা এণ্ড কোম্পানী

প্ৰথম প্ৰকাশ ঃ
অক্টোবৰ, ১৯৬০

মূল্য—৩·৫০ নঃ পঃ

মুদ্ৰণ ঃ শ্ৰীগুৰু প্ৰেছ

হৰিশৰ আপা নৰেন।
সেই নৰেনৰেই আইদেউৰ হাতত।

তাই খেচখেচাই আছে আজি কেইবা দিনো ধৰি। নাচলৈ যাব লাগে হেনো। নাচৰ কথা ওলালেই কিবা কিবি কৈ কথা ঘূৰাওঁ। তাইও পাহৰি যায়। কিন্তু আৰু ভাবিম কিমান দিন? পাহৰণিটো সাময়িক হে। কেনেবাকৈ নহয় কেনেবাকৈ আকৌ ওলায়। তাইৰ ভিতৰত থকা নাচৰ হুতাহটো বৈ বৈ, উমি উমি আকৌ জ্বলি উঠে, তুঁহৰ জুইৰ নিচিনাকৈ। ফুৱাব নালাগে। জুইতো আছেই ভিতৰত। বতাহে ওপৰৰ পোৰা ছাই খিনি কেতিয়াবা অলপ উৰাই দিলেই তলৰ দক্‌দকীয়া জুইখিনি ওলাই পৰে। লগে লগে ধৰে মোক হেঁচা মাৰি। ফাং ফুং কথাকৈ আজি আৰু এই বজ্ৰলেপ কথাটো এৰাব নোৱাৰিলো। চেনিজোকৰ ঔষধ চূণ, ছোৱালীৰ ঔষধ উপহাৰ। মধ্বাভাবে গুৰং দদ্যাতৰ নিচিনা পিচ্ মেলবা নাম্মা আইচক্ৰীমং দদ্যাত কৰিও চালো। নাই—নাচোৰ বান্দা। সুতৰাং—মৰণং অৱশ্যম্ভাৱী। শালত মূৰটো সুমুৱাই বেবালে কি হব?

নাচলৈ অহং শৰ্ম্মাৰ বিতৃষ্ণা নাই। কিন্তু কিয় জানো মনটো চলা নাই। বোধহয় অকলশৰীয়াৰ নিচিনা হোৱা কাৰণেই। অৰ্থাৎ যোৱা এই কেইদিন ধৰি দেশী ভাইৰ মুখ দৰ্শন, হস্ত স্পৰ্শন—মৰ্দন আৰু কল-কণ্ঠ শ্ৰৱণ আদি বিবিধ ক্ৰিয়া কাণ্ড সম্পন্ন হোৱা নাই। গতিকে মই অকলে শালৰ মাজৰ শিঙি।

ৰাকাৰ দম্পতীয়ে মাতিছে খাবলৈ—ডিনাৰ। Since Eve ate apples, much depends on Dinner. গ'লো ফুট গধূলিতে। পামে কিন্তু বাটতো মনত পেলাই দিছে নাচৰ কথা। মানে সোনকালে খাই বৈ আহিব লাগিব। গৈছো তাইৰে ঘৰলৈ, আমন্ত্ৰণ ক্ৰমে নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ। অথচ তায়ে নিদিয়ে বেচি সময় থাকিবলৈ।

সিহঁতৰ 'কেৰাভান' পাওঁ পাওঁ, ৰাৰবাৰাই এচৰীয়া পানী লৈ ওলাই আহিছে বাহিৰত পেলাবলৈ। কুঁজা হৈ চিৰিটো নামোতে বেয়াকৈ টান লাগিল হবলা—ফৰ ফৰকৈ ফালি গল চোলাটো, বুকুৰ পৰা পেটলৈকে। বেচাৰীয়ে এতিয়া চৰীয়াটো থবও নোৱাৰে পেলাবও নোৱাৰে। লাজ পালে যথেষ্ট। তাই কলে—"মোক ক্ষমা কৰিবা"। যেন মইহে লাজটো পালো। অৱশ্যে পাইছিলোও অলপ। ষোল বছৰীয়া ছোৱালী এজনীৰ মঙহাল বুকুখন ঘপ্ কৰে চকুৰ আগত ওলালে, সকলোৱে প্যাব।

ভিতৰ সোমাই বহিলো। মিষ্টাৰ ৰাকাৰে আহি গল্প জুৰি



দিলে। খোৱাৰ কথায়েই ওলাল প্ৰথমে। ঠিক খোৱাৰ কথা নহয়, খোৱাৰ সম্পৰ্কে ভাষা বিভ্ৰাট। মোৰ বন্ধু এজন গৈছিল পেৰীচলৈ। হোটেলত খাবলৈ বহি অৰ্ডাৰ দিলে ফৰাচী ভাষাত লিখা লিষ্টখন চাই। আহিল এক প্লেট চুপ। পিচৰটো অৰ্ডাৰ দিওঁতেও আহিল চুপ। এনেদৰে চাৰিবাৰ অৰ্ডাৰ দি চাৰি প্লেট চুপ খাই পেটৰ ভোক পেটতে লৈ হোটেলৰ পৰা ওলাল। পইচাটো ভৰিলেই যথেষ্ট। কিন্তু তেওঁ ফৰাচী ভাষাত নেদেখুৱাই ঠাৰে চিয়াঁৰে বুজাই দিলেও কিবা অলপ গোটা বস্তু খাব পালেহেঁতেন। আৰু এজনে এবাৰ অৰ্ডাৰ দিলে—Un glass beer sil vous plait. গাৰচঁটোৱে এগিলাচ বিয়াৰ দিলে বৰফ দি। মানুহজনে বৰফ নোহোৱাকৈ দিব কলে। এইবাৰ সি আৰু অলপ বেচিকৈহে বৰফ দি দিলে। মানুহজনে যিমানে বৰফ নিদিবলৈ কয় সি সিমানে বেচিকৈ বৰফ দিয়ে। ঘটনা হ'ল—ফৰাচী ভাষাত বৰফক গ্লেইচ বুলি কয়। মানুহজনে কেৱল বিয়াৰ বুলি কলে বিয়াৰকে পালেহেঁতেন। কিন্তু এক গ্লাচ লাগে বুলি কৈ আছে গতিকে বিয়াৰাৰটোৱে বাৰে বাৰে গ্লেইচৰ সৈতে বিয়াৰ আনি আছে।

মিঃ ৰাকাৰৰ দোকান এখন আছে, মাছ আৰু আলু ভজাৰ। এই মাছ ভজাৰ ( fish and chips ) দোকানদাৰ বিলাকৰ হেনো এখন সমিতিও আছে। এই সমিতিয়ে বছৰি একোবাৰকৈ ভোজ পাতে। এবাৰ এই চেফিল্ডৰ দোকানদাৰ সকলে ভোজ পাতিলে কুইঞ্চ হোটেলত। ভাৰতীয় ভোজৰ

নিচিনাটো নহয়, যে যি দিয়ে তাকেই খাব লাগিব। ইয়াত হ'ল খোৱা বস্তুৰ তালিকা (Menu) চাই যাক যি লাগে খুজি খুজি খাব। কিন্তু ইংলণ্ডতো ডাঙৰ ডাঙৰ হোটেল, ৰেষ্টোৰঁা বিলাকত খাদ্যৰ তালিকা লিখা থাকে ফৰাচী ভাষাত। ফৰাচী ভাষাত লিখাটো হেনো এটা আভিজাত্যতা। জাহাজবোৰতো সেই একেটা কথায়েই। এই ভাষা বিভ্ৰাটেই জাহাজত হিন্দুক গৰু খুৱায়, আৰু মুছলমানক সোৱাদ দিয়ে চুৰবকা বাচ্ছাৰ। এই ভাষা বিভ্ৰাটৰেই অন্তৰালত গোমাতা লুকাই থাকে ভিল্ ( Veal ) বুলি আৰু নাপাক চৌঠেঙীয়া লুকাই থাকে হেম ( Ham ) নাম ধৰি। এনেদৰেই মঙহৰ এশ এটা নাম ; সময় ঠাই আৰু ৰান্ধনীৰ কেৰামতিৰ ওপৰত ভিত্তি কৰি। যেনে আমাৰ মামীয়ে ৰান্ধে লাউ। তাতে দিয়া খাৰ, থেকেৰা, তেল, সৰিয়হ আৰু পুঠি মাছৰ মূৰ চাৰিটাৰ বেলেগ বেলেগ গুণ অনুসৰি লাউৰ নাম হয়গৈ—ভাজি, খাৰ, টেঙা, চৰ্চ্চৰি, ঘণ্ট। কিন্তু ঘণ্ট বুলি কলে মদ্ৰ দেশীয়ই কেনেকৈ জানিব যে তাত পুঠি মাছৰ মূৰটোৱেই আছে নে তেঁতেলিৰ গাঠিটোৱেই আছে ? এতিয়া লাউ নোখোৱা মানুহ এজনে যদি ঘণ্ট খায় আৰু ঘণ্টত লাউৰ অস্তিত্ব সম্পৰ্কে সন্দিহানো হয় অথচ বিচাৰি নাপায় তেতিয়া দোষ কাৰ ?

মিষ্টাৰ ৰাকাৰৰ সতীৰ্থ সকলবো ঘটিছিল এনেকুৱা এটা ঘটনা। খাবলৈ বহি সকলোৱে লক্ষ্য কৰিলে যে তালিকাত এটা বৰ ধুনীয়া নাম আছে—"A La Carte Poison". বেচিভাগে



তাকেই অৰ্ডাৰ দিলে। সোণৰ পানী চৰোৱা ৰূপৰ থালত যেতিয়া চাৰিওফালে আলুৰে সজোৱা মাছৰ ভাজি একোডোখৰ আহি আগত পৰিল তেতিয়া ভোজ খাওঁতা সকলৰ মূৰে কপালে হাত দি বহি পৰাৰ যোগাৰ। কিন্তু সমাজৰ মাজত নজনা দেখুৱাটো মুৰ্খামি হব বুলি ভাবি মুৰ্খ সকল লাগি গল খোৱাত। তাৰ পিচদিনাখন অৱশ্যে দুই এজন অন্তৰঙ্গ বন্ধুৰ ভিতৰত এই বিষয়ে আলোচনা নোহোৱাকৈ থকা নহয়। তেতিয়া হেনো বেচ হাঁহিৰ জাউৰি উঠিছিল।

ইফালে পামেলাই, বাৰবাৰাই লগ লাগি টেবিল সজোৱাত লাগিল। ৰাকাৰ দম্পতীয়ে মাজে মাজে জীয়েকহঁতক কৈ আছে।

"তহঁতেনো ইমান লৰা-ধপৰা কৰিছ কেলেই ? সময়নো কিবা বৈ যাবনে।"

তেওঁলোকেতো নাজানে জীয়েকহঁতৰ মতলব কি। দুয়ো-জনেই বৰ নিৰ্জ্জু মানুহ। সিদিনা এখন কাকতত দম্পতীৰ অৰ্থটো পালো। দম্পতী মানে হেনো যি পতিৰ দম্ আছে। এওঁলোক তেনেকুৱা দম্পতী নহয়।

ছোৱালীহঁতে খৰ-খেদা লগোৱা কাৰণে তাৰাতাৰি খোৱা আৰম্ভ কৰিবলগীয়া হ'ল। মিঃ ৰাকাৰে হেনো নিজেই বান্ধিছে কুকুৰাটো। বন্ধা মানে গৰম পানীত সিদ্ধ কৰিছে। আমি সোৱাদৰ বিষয়ে কব খোজাৰ আগেয়ে মিঃ ৰাকাৰে নিজেই বখানিব ধৰিলে। বখানিবইতো। যি কোনো ইংৰাজে কুকুৰা

হলেই বখানিব। কাৰণ সাধাৰণ পৰিয়ালত বছৰত এবাৰতকৈ বেচি কুকুৰা খোৱা হয় নে নহয় সন্দেহ। এই দিনটো সাধাৰণতে হল খৃষ্টমাচ। আজি এই কুকুৰাটো নিধন হ'ল মোৰ নিচিনা এজন গণ্য-মান্য ব্যক্তিৰ আগমন উপলক্ষে। গতিকে কুকুৰা যে খালে এইটো জানো এটা কম কথা? সুতৰাং সোৱাদ নোহোৱাৰ প্ৰশ্নই নুঠে।

খোৱা আৰম্ভ কৰাৰ লগে লগেই তেওঁ এটা 'চাইদাৰ'ৰ বটল উলিয়ালে আৰু ভয়ে ভয়ে মোক সুধিলে মই মদ খাওঁ নে নাখাওঁ কাৰণ তেওঁ জানে যে ভাল ঘৰৰ ভাৰতীয় ল'ৰাই মদ স্পৰ্শ নকৰে। হয়তোন। স্পৰ্শনো কেলেই কৰিম? ক'তো নলগাকৈ ঠিয় গলত ঢালি দিলে গাটো কেনেকৈ চুৱা যাব? গাটো ধুই ধুতি হৈ ললেই হ'ল। বিধুতি গাৰেহে নাপায়। যি নহওক, এই বিলাক ভাবি চিন্তিয়েই তেওঁ চাইদাৰ আনিছে কাৰণ চাইদাৰ আপেলৰ ৰস আৰু ই মদৰ ভিতৰত নপৰে। এনেতে পামেলাই মোৰ চকুৰ পিনে চালে। তাইৰ চকুৱে বহুত কথা ক'লে। ক'লে তই কিমান সোমৰস হজম কৰিব পাৰ মোৰ জনা আছে, আৰু ক'লে যে তাৰাতাৰি কৰিব লাগে, আমাৰ দেৰি হৈ গৈছে। নহলে গোটেই স্ফূৰ্ত্তি মাটি হ'ল আজি।

মই হলো নিমন্ত্ৰিত অতিথি। মোৰ দ্বাৰা খৰ-খেদা কৰা নাযায়। কি কৰো এতিয়া? দুই নাৱত দুই ভৰি। পামক দিলো টিপ মাৰি। তাই বাপেক মাকক কথাৰ ছলতে



কলে লেহেম নহবলৈ। মাকে দিলে ধমক মাৰি—"আক্কেল নহল তহঁতৰ। ল'ৰা এটাক মাতি আনিছ খুৱাবলৈ, এতিয়া তহঁতৰ সময় নাই।"

খাই বৈ উঠি বহিছো অলপ। বাৰবাৰাই কাৰবাৰ দাঁত এজোৰ লৈ বাহিৰত ব্ৰাচ মাৰি আছে। কাৰ দাঁত? ছিঃ কটা, ঘিণো নালাগে! পামেলাই ক'লে সেইজোৰ হেনো বাৰবাৰাৰ নিজৰেই। বৰ বেয়া লাগিল এই গাভৰু জনীলৈ। বাৰবাৰা জনী সঁচাকৈয়ে ধুনীয়া ছোৱালী—মুকুতাৰ নিচিনা চিক্‌মিকীয়া ডালিমৰ গুটি যেন দাঁতকিটাৰে সৈতে। কিন্তু এতিয়া সোলা মুখখন বন্ধ কৰি হাতত দাঁত দুপাৰি লৈ থকা বাৰবাৰা জনী?

ওলালো আকৌ সাগৰৰ পাৰ বুলি। তাতেই সাগৰৰ বালিত উন্মুক্ত আকাশৰ তলত যথেষ্ট পৰিসৰৰ, পৰিধি নোহোৱা বেৰাহীন নাচ-ঘৰ। সাগৰৰ ঢৌৱে নাচ-ঘৰৰ মজিয়া ধুৱাই যায়। নগ্ন পদে নাচিছে সকলোৱে। সাগৰৰ ঢৌ আৰু বাজনাৰ ঢৌত একাকাৰ হৈ মানুহ সমুদ্ৰ ফুলি ফুলি উঠিছে জোৱাঁৰত। আজি মানুহ সাগৰত উপকূল নাই—বানডাক আহিছে। গৰ্জি উঠিছে ফেনোচ্ছল আকাঙ্ক্ষা, ফাটি পৰিছে আবেগ। মাজৰাতি হঠাৎ বাজনাৰ চন্দ পতন হ'ল, ঝঙ্কাৰৰ ছেদ পৰিল—নাচ-ঘৰৰ কম্পিত, কল্পিত বেৰা খুলি পৰিল। নিস্তব্ধ নিশাত সাগৰে বিনা আক্ৰোশে হিয়া ঢাকুৰিলে।

পামেলাৰ লগত মোৰ সম্পৰ্ক কি?

বন্ধু।

তাইক মোৰ ভাল লাগে নিশ্চয়। আৰু তাইৰো মোক ভাল লাগে। তাইৰ প্ৰেমত মই পৰা নাই, বিয়াও কৰাব খোজা নাই। তাইও ভবা নাই। কিন্তু বিয়া হয়তো মই কৰাম কাৰবাক। কি কাৰণে নাজানো। মোৰ তিৰোতা এজনীৰ আৱশ্যক। ভাত দুমুঠি ৰান্ধি দিবৰ কাৰণে নহয়। ভাত ৰান্ধা ৰান্ধনি এটা ৰাখিবৰ কাৰণে মোৰ সামৰ্থ্য নিশ্চয় আছে। আৰু কেতিয়াবা যদি নাইকিয়া হয় সিদিনা মোৰ এই হাত দুখন আছে।

কোনোবাই বিয়া পাতি দিব আৰু মই ঢোলে ডগৰে ভাওনাৰ ছো সাজি হাতীত উঠি বিয়া কৰাবলৈ যাম। লগত যাব স্বজন, পৰিজন, বন্ধু, বান্ধৱ। উভতি আহিম কোনো দিনে নেদেখা, নজনা, নুশুনা ছোৱালী এজনী লৈ মোৰ নৱ পৰিণীতা পত্নী হিচাবে। সিদিনাৰ পৰা তাই মোৰ দুখত দুখী, সুখত সুখী। কপাল গুণে যদি তেনেকুৱা অৰ্দ্ধাঙ্গিনী এজনী পাওঁ তেনেহলে বুজিম চণ্ডী পাঠ কৰাৰ গুণ ফলিয়ালে—

"মনোৰমাং ভাৰ্য্যাং দেহি মনোবৃত্তিনুসাৰিণিম্"

এই এনেকৈ যে ছোৱালী এজনী সমাজৰ স্বীকৃতি লৈ লৈ আহিম মোৰ কৰি,—কিহৰ তাৰণাত? প্ৰবৃত্তিৰ? কেৱল প্ৰবৃত্তিৰ তাৰণাত ছোৱালী এজনীৰ মূল্য কিমান?—চিলঙত পাঁচ টকা। গুৱাহাটীত দহ। কলিকটাত কুৰি। কাশ্মীৰত আঠ অনা। কেৰালাত চাৰি।

আজি মোৰ আগত পামেলাৰ মূল্য কিমান? পাম দুৰ্মূল্য



কিন্তু দুৰ্লভ্য, অলভ্য নহয়। তাইৰ মূল্য তাইৰ নিজৰ পৰিতৃপ্তি। তাৰ মূল্য দিব নোৱাৰে কোনেও কোনো পৰিপূৰকেৰে। হব নোৱাৰে তাৰ মান নিৰ্দ্ধাৰণ। ইয়াত প্ৰশ্ন মূল্যৰ নহয়। প্ৰশ্ন কৰ্ত্তব্যৰ। কৰ্ত্তব্য তাইৰ। কিন্তু সেই প্ৰশ্নটো কম উঠে কাৰণ তাই ছোৱালী। পথ দেখুৱাম মই, এজন মানুহ হিচাবে। ভীষণ স্বাৰ্থপৰ মই আৰু ভীষণ স্বাৰ্থপৰ তাই। কিন্তু যেতিয়া মোৰ স্বাৰ্থপৰতাই তাইৰ স্বাৰ্থপৰতাৰ পৰিপূৰক হয় তেতিয়া এজনো স্বাৰ্থপৰ নহয়। আৰু মানুহ মই—All human history attests that happiness for man—the hungry sinner.

বুভুক্ষু। আমি। আহিছো অনন্ত ক্ষুধা লৈ। এই অতৃপ্ত ক্ষুধাক তৃপ্ত কৰিবলৈ আমাৰ কি ভীষণ প্ৰচেষ্টা। কিন্তু ইয়াৰ তৃপ্তি নহয় বুলিয়েই আমি দোপত দোপে আগবাঢ়ো কৰ্মক্ষেত্ৰত। এই ক্ষুধাৰ প্ৰকাশক এক উপায়ে এফালে ভেঁটা দিলে আনফালে মূৰপাতে। পৰ্বত সদৃশ ভেঁটা দিলেও বাধা নামানে। ওপৰেৰে বাগৰিব নোৱাৰিলে তলেৰে সুৰুঙা কাটি লয়। ইয়াৰ প্ৰকাশ হব পাৰে নানা ধৰণে—শাৰীৰিক, মানসিক, আধ্যাত্মিক, আধিভৌতিক, আধিদৈবিক। প্ৰকাশ হব পাৰে দেহেৰে, মনেৰে। কিন্তু ভঙ্গী হব পাৰে অলেখ—পাত্ৰ ভেদে। প্ৰকাশ হব পাৰে সঙ্গীতৰ মূৰ্চ্ছনাৰে, নৃত্যৰ ছন্দেৰে, লিখকৰ লিখনীৰে, ক্ৰীৰামোদীৰ ক্ৰীৰাৰে, কলাকাৰৰ তুলিকাৰে, বিপ্লৱীৰ বিপ্লৱেৰে। কিন্তু এই প্ৰকাশৰ

মূলতে হ'ল আবহমান কালৰে পৰা চলি অহা এটা বিপ্লৱ। যেতিয়া এই অপ্ৰকাশৰ বেদনা হৃদয়ত গুঞ্জৰি গুমৰি থাকে। তাৰ প্ৰতিকাৰ বিচাৰি থাকে সন্ধানী মনটোৱে। যেতিয়াই তাৰ সন্ধান পায়, তেতিয়াই বিপ্লৱী মনটো লাগি যায় কামত। আৰু তেতিয়াই এই বেদনাই প্ৰকাশ পায় তিল তিলকৈ নাচনীৰ হাতৰ মুদ্ৰাৰ আঙুলিৰ ভাজে ভাজে, লিখকৰ কাপৰ পাকে পাকে, গীতিকাৰৰ লহৰীয়ে লহৰীয়ে, পানী অনা গাভৰুৰ কলহৰ হেন্দোলনিয়ে হেন্দোলনিয়ে। যাৰ যিমানেই বেদনা সি সিমানেই ঢালি দিব এই বিষ। য'তেই একোটুপি বিষ পৰিব তাতেই গজি উঠিব একোপাহি ফুল। কোৱাভাতুৰীয়া ওঁঠৰ তলৰ ফেঁটীগোম যেনে দৰে মানুহে দেখা নাপায় তেনে দৰেই দেখা নাপায় ফুলৰ ভিতৰৰ কীট। আৰু ফুলৰ স্ৰষ্টা বিষ টোপালৰতো প্ৰশ্নই নুঠে। অমৃতৰ সন্তান আমি নহওঁ। প্ৰত্যেকেই একো একোজন নীলকণ্ঠ। হলাহলতেই উৎপত্তি আমাৰ, হলাহলতেই লয়। আৰু মাজৰ সময়খিনি আকণ্ঠ হলাহল পান কৰিয়েই জীয়াই থাকো। হলাহলৰ তিক্ত স্বাদত মুখ আমাৰ বিকৃত, কণ্ঠ বিবৰ্ণ কিন্তু বাছি থকাৰ আন একো বস্তু আমাৰ নাই। চাণক্যই কোৱাৰ নিচিনা—হে কদৰ্য্য সুন্দৰী, তুমিয়েই আমাৰ প্ৰাণ, তুমিয়েই প্ৰেৰণা। সত্য বুলি কোনো এটা বস্তু নাই। মিছা আছে বুলিয়েই সত্যৰ সমাদৰ। সকলো কথায়েই তুলনামূলক। আইনষ্টাইনৰ "থিয়োৰি অব্ ৰিলেটিভিটি"ৰ ওপৰত ভিত্তি



কৰিয়েই চলিছে সংসাৰ খন। সাগৰ মন্থনত অমৃতো ওলাইছিল, বিষো ওলাইছিল। কিন্তু ই গল্প। অমৃত ওলায় বিষ মন্থনত। সেই কাৰণেই সতীৰ গুৰু বেশ্যা, ধাৰ্মিকৰ গুৰু নাস্তিক, সতৰ গুৰু অসৎ, ড্ৰাইভাৰৰ গুৰু দুৰ্ঘটনা।

এনেদৰেই প্ৰত্যেক বস্তুৰেই সম্পৰ্ক তাৰ বিপৰীত ধৰ্মী বস্তুটোৰ লগত। স্বামী-স্ত্ৰী যদি দুয়োজনেই একে চৰিত্ৰৰ হয় তেনেহলে সেই ঘৰত সুখ নাই। সেই ঘৰ চৰাইৰ বাঁহৰ নিচিনা। তাত বাছি থকাৰ বিচিত্ৰতা নাই আৰু নাই উদ্দিপনা, পুলক, উত্তেজনা। তাত কেৱল বাছি থাকিবৰ কাৰণেই বাছি থকা। ঘৈণীয়েকে চক্ৰেটিচৰ মূৰত চুৰা পানী ঢালিছিল বুলিয়েই চক্ৰেটিচৰ আজি জগৎ জোৰা নাম। কাজিয়া নলগা দম্পতী আৰু অভাৱ নোহোৱা সংসাৰ হোৱাতকৈ নোহোৱাই ভাল। কাজিয়াৰ পিচৰ প্ৰীতিখিনি কিমান মধুৰ আৰু অভাৱৰ পিচৰ সচ্ছলতাখিনি কেনে শান্তি দায়ক তাক অভিজ্ঞতা নোহোৱা লোকে কি বুজিব!

এনেদৰে আৰু গ'ল কেইদিন মান, ইংলণ্ডৰ দক্ষিণত। সময় উৰি আছে পল পল কৈ। এনেয়ে কাম নোহোৱা দিন গৈ নাহে, কু-কামেই হওক বা সু-কামেই হওক। কিন্তু কাম নোহোৱা কাম এবিধ আছে য'ত কামটো আৰম্ভ কৰাৰো প্ৰশ্ন নুঠে, শেষ কৰাৰো প্ৰশ্ন নুঠে। ঠিক অলস, অকৰ্মণ্য জীৱন নহয়। কাম আছে বহুতো কিন্তু তাৰ লিষ্ট নাই, গতানুগতিকতা নাই আৰু নাই ক্ৰম। ইয়াৰ ভৱিষ্যত

ফলো নাই। যি পালা সেয়েই লাভ। সময়ৰ শেষৰ হিচাপ-টোৰ ভাজক নাই, ভাজ্য, নাই, ভাগফল নাই আৰু ভাগশেষো নাই। কিন্তু অঙ্কটো বাদ দিলে লাভ হয়তো অলপ ৰব পাৰে। ইটো সিটো বস্তুই, ঘটনাই মনত অকণমান সাঁচ এটা যদি ৰাখি যায়। চকু মেলি খোজ কাঢ়িলে নিশ্চয় দুই এক সাঁচ পৰিব মনত। তাৰে দুই এটা হয়তো উৰঁলি যাব ভ্ৰূণতে, দুই এটা টেকেনা হৈ। আৰু একো একোটাই নেৰে তাৰ বাহু-পাশ। জীৱনৰ সন্ধিয়াৰ হেঙুলীয়া আভাটো চকা-মকাকৈ দেখা দিব। এই কেইটা দিনৰ সাঁচটোৰ জেৰ চলিছে আজিলৈকে। এই হিচাপৰ জেৰ টানি টানিয়েই বহিছো আজি। মনত পৰিছে অগণন, অলেখ সৰু-বৰ কথা। এই কথা বিলাক প্ৰকাশ কৰিব পাৰিলে আৰু আনে এই প্ৰকাশন উপলব্ধি কৰিব পাৰিলে সকলোৱেই মই হৈ গ'লহেঁতেন। পৰা নাই কাৰণেই মই মযেই, আন কোনো মই নহয়।

ৰাতিপুৱা ছয় বজাতেই খোজ লৈছিলো হেষ্টিংচ ৰেল ষ্টেশ্যনলৈ। হাতত চুটকেচটো লৈ কুঁৱলীৰ বুকু ফালি লাহে লাহে আগ বাঢ়িছিলো—মনত বিজয়া দশমীৰ সকলোখিনি শোক লৈ, অতীত সুঁৱৰি। অনাগত দিনৰ বিৰাট ফাকটোৰ কথা ভাবি হেৰাই গৈছিলো।

কেতিয়া ৰেলত উঠিছিলো নাজানো। নিজৰ সম্বিত ফিৰাই পাইছিলোঁ বুঢ়াজনৰ কথা শুনি—Whats, wrong, Young man?



Nothing বুলি কৈ বুঢ়ালৈ চাইছিলো অবাক হৈ। বুঢ়াই কেৱল প্ৰত্যুত্তৰত কৈছিল—It happens when you want to forget some nice times." জানিছিলো—বুঢ়া দৈবজ্ঞও নহয়, ভবিষ্যত বক্তাও নহয়। কিন্তু বুঢ়া কেৱল বয়সতেই বুঢ়া নহয়, অভিজ্ঞতাতো বুঢ়া। বুঢ়াৰ হয়তো এনেকুৱা এশ এটা দিন পাৰ হৈ গৈছে। হয়তো সকলোবিলাক দিন বুঢ়াৰ মনত নাই। কিন্তু গোটেইবিলাক দিনৰ কণ কণ স্মৃতি বিলাক গোট খাই খাই এই বিশেষ অভিজ্ঞতাটো টনটনীয়াকৈ পুৰঠ হৈছে। লাভবান হওঁ নহওঁ, তাৰ ভাগ ময়ো পালোঁ অলপ।

লণ্ডন পালো দুপৰীয়া। তাতে ল'ৰা দুজনমানক লগপোৱা কথা। তাৰ পিচত আবেলি ঘৰমুৱা হম। ভিক্টোৰীয়াত নামি লাগেজ ৰুমত চুটকেচ আৰু মেকিনটোচটো থলো। থৈয়েই ওলালো বন্ধুবৰ্গক বিচাৰি। কলিং বেল বহু সময় টিপিও মানুহৰ একো উমঘাম নাপালো ঘৰটোত। ভাবিলো অলপ পিচত আৰু এবাৰ খবৰ লম। সময়খিনি কটাবৰ উপাই নাপাই টিউব ট্ৰেইনেৰে হাইদ পাৰ্ক কৰ্ণাৰ ওলালো। আজি ৰবিবাৰ কাৰণে পাৰ্কত অজস্ৰ মানুহ। বতৰটো বৰ গৰম। এনে গৰম বিলাতত আজিয়ে প্ৰথম পালো। ঘামি একেবাৰে জুকলি-জুপুৰি হৈছো। এতিয়া আৰু ভদ্ৰতাক ভাবি থাকিলে নহব। কোটটো খুলি হাতত ল'লো আৰু গলৰ ফাঁচডাল ঢিলাই দি ইফালে-সিফালে চাইছো ক'ৰবাত কিবা পিয়াহ পলোৱা পানীয় পোৱা যায় নেকি। কাঠৰ সৰু ঘৰটোত

ডাঙৰ চাইনবোৰ্ড এখনত লিখা আছে বিৰাট আখৰেৰে—ৱালচ আইচ্ ক্ৰীম। তাৰ আগতে মানুহৰ এটা বিৰাট লাইন। লাইন দেখি সঁচাকৈয়ে ভয় খালো। কিন্তু উপাই নাই, পিচত থিয় হোৱাৰ বিনে। খিৰিকিৰ মুখত মোৰ পাল পৰাত দখিলো যে ভঙনীয়া বিভ্ৰাট। হাতত থকা ভঙা পইচা খিনিৰে আইচ্ ক্ৰীম্ পালো এটা। এই গেলা গৰমত ইয়াক চুহি খাবৰ সময় নাই। চোবাই থলো। আৰু পালে চাৰিটামান গিলি থলোহেঁতেন। দোকানখনৰ আগত থকা কিউটোৰ ফালে চাই আৰু আইচক্ৰীম খোৱাৰ কথা কল্পনা কৰিব নোৱাৰি।

আকৌ ঘূৰি গলো নটিংহিললৈ। নটিংহিল ষ্টেচনৰ পৰা ওলায়েই দেখা পালো বৰুৱাক। বৰ লৰা-ধপৰাকৈ যাব ধৰিছে কোনোবা ফালে। মোক সংক্ষেপতে কলে যে, তেওঁ হেনো কাৰবাৰ বিয়া এখন খাবলৈ আহিছে। ব্ৰম্পটন ৰোডৰ চিনেগগত বিয়া হব। তাৰ পিচত হেনো ৰাতি যাবগৈ। মইতো আবেলিয়েই যাম।

কিন্তু তেওঁ কলে—

"এইখিনি সময় থাকা। আমি ৰাতি ন বজাৰ গাড়ীখনত একেলগে যাম। তাৰ আগতে অসম ৰেষ্টুৰেণ্টত খাই ল'ম। তুমি মোক সাত বজাত গ্লোন স্কোয়াৰ ষ্টেচনৰ আগতে লগ ধৰিবা।"

এই কথাখিনি খৰধৰকৈ কৈ তেওঁ অদৃশ্য হ'ল। মই মোৰ মতামত বেকট কৰিবৰ সময়কে নাপালো। যিহেতুকে উত্তৰ দিয়া নহল, তাৰ মানে হল তেওঁৰ অনুৰোধক আদেশ বুলি লোৱা।



এইবাৰ আকৌ ঘৰটো উলিয়ালো। কিন্তু ঘৰত তেওঁলোক তেতিয়াও নাই। উভতি আহিব ধৰিছো। বাটতে তিনি সিদ্ধ বৰুৱাক আৰু চতুৰ্থ চাকৰেদ শৰ্ম্মা। এক বৰুৱাই এখন গাড়ী কিনিছে। পাঁচোজনে গাড়ীত উঠি অলপ বিলাতী হাৱা খাওঁ বুলি ওলালো। মই ভালেই পালো। কাৰণ গধূলি সাত বজালৈকে মোৰ কৰিবলৈতো একোৱেই নাই। ক'ৰবাত ক'ৰবাত ঘূৰিলো, আজি সেই ঠাইবোৰ মনত নাই। কাৰণ সিদিনা লণ্ডনত মই আছিলো আচহুৱা—জিলালৈ অহা জাপৰিগোগৰ জানকী ৰামৰ নিচিনা। দিশ বিলাকো বুজা নাছিলো। অগ্নি-কোণৰ পৰা নৈঋত কোণলৈয়ে হওক বা ঈশান কোণৰ পৰা বায়ু কোণলৈয়েই হওক; দীঘে-পাথালীয়ে ঘূৰিছিলোঁ নিশ্চয় বহুতো। কাৰণ গাড়ীৰ মাইল মিটাৰে দেখুৱালে ১৩৪ আৰু পেট্ৰল গেজে দেখুৱালে ½। ইয়াতকৈ আৰু বেচি প্ৰমাণৰ আৱশ্যকতাটোনো কি?

তুলসীৰ তলত চাকি দিবৰ পৰত মোক নমাই দিলে কোনোবা এটা নাম নজনা টিউব ষ্টেচনৰ মুখত। অসমীয়া সহৃয়দতাৰে ইংৰাজী মৌখিক অন্তৰঙ্গতাৰ বুলি আওৰাই নামি গ'লো। সময়টো ভাৰতীয় মতে নিশ্চয় হৈছিল চাকি জ্বলোৱাৰ কিন্তু বিলাতী গৰম দিন বুলি সাঁজ তেতিয়াও গঢ়া নাছিল। গধূলি খোৱাৰ খাবৰো হৈছিল। পেটে মাতিছে বৈ বৈ। হাতত সময়ো বেচি নাছিল বৰুৱাক লগ পাবৰ। টিউবৰ মেপখন ভালদৰে আয়ত্ব কৰি সোমাই পৰিলো ষ্টেচনৰ

গাঁতৰ ভিতৰত। টিকট লৈ এচকেলেটৰত ভৰি দিলো। এচ-কেলেটৰৰ নিজে নিজে নামি যোৱা জখলাই নি পৌচাই দিলে একেবাৰে প্লেটফৰ্মৰ ওপৰত।

শ্লোন স্কোয়াৰ যেতিয়া পাওঁ তেতিয়া সময় ছয় বাজি সাতষষ্ঠি মিনিট। অৰ্থাৎ ঘড়ীৰ ওলোটা ফালৰ পৰা সাত মিনিট আগেয়ে আহি পালো। কিন্তু বৰুৱাৰ দেখা দেখি নাই। এনেদৰে পোন্ধৰ মিনিটমান বৈ বৈ আমনি লগাত অলপ পায়চাৰী আৰম্ভ কৰিলো। এবাৰ ষ্টেচনৰ সিটো গেটৰ ফালে মন কৰি চাওঁ যে, বৰুৱা তাতে বৈ আছে চিৰিয়ান ল'ৰা এজনৰ লগত। সময় মতে দুয়োজনেই আহিছো। যদিও মই সাত মিনিট দেৰীকৈ অহা বুলি স্বীকাৰ নকৰিলো। দোষ এজনৰো নাই। মই গৰগৰালো, বৰুৱাই তিৰস্কাৰ কৰিলে—অভাইচো নহয়, অবাইচো নহয়—কুহুমীয়া জুতিত।

সকলো বিবাদৰ ওৰ পেলাই খোজ ললো অসম ৰেষ্টুৰেণ্ট বুলি। দূৰ গোটেই অলপ নহয়। হয়তো দূৰ বেচি নাছিল কিজানি। কিন্তু মোৰ বেচি দূৰ যেন লগাৰ কাৰণ বোধকৰো হাতৰ গধূৰ পেটাৰীটো। খাই বৈ ওলাওঁতে পলম হব বুলি ভাবি ভিক্টোৰীয়াৰ পৰা চুটকেচটো লৈ আহিছিলো। এইবাৰ গলৰ কাঁথাই ভালুকৰ সাঙি হৈ উঠিল। বেচি দূৰ কঢ়িয়াবলৈ ভাল লগা নাই। অথচ বৰুৱাই অসম ৰেষ্টুৰেণ্ট বিনে অইন ক'তো নাখায়। অসম ৰেষ্টুৰেণ্ট পাই দেখো যে এটা অকণমান পাৰবাঁহৰ নিচিনা কোঠালী। তাতেই থেপাথেপিকৈ পতা



আছে কিছুমান মেজ মাচিয়া। মানুহৰ ভিৰ কিন্তু দেখিলো যথেষ্ট। অলপ সময় ৰৈহে ভিতৰত ঠাই পালো। অসমীয়া খোৱা নহলেও ভাৰতীয় খানা পাইছিলো। খালো দাইল, ভাত, মঙহ আৰু কিবা এখন তৰকাৰী। ভাজিও আছিল বোধকৰো এখন। অসম ৰেষ্টুৰেণ্টত অসমীয়া কেলেই কোনো ভাৰতীয়ৰেই চিন-মোকাম নাপালো। খোৱা বস্তুবোৰ দিলে ইউৰোপীয় ছোৱালী এজনীয়ে। পইচাও ললে তায়েই। ৰান্ধনী ঘৰৰ লগত সংযোগ থকা খিৰিকি খনেৰে দেখা মুখ খনো আদহীয়া মেম এজনীৰ। গতিকে অসম ৰেষ্টুৰেণ্ট পতা অসমীয়া মালিকৰ কোনো নোম নেগুৰ দেখা নাপালোঁ। অৱশ্যে সিমান গৱেষণা কৰিবৰ সময়ো নাছিল। তাৰাতাৰি হিছাপ চুকাই দি তাৰপৰা ওলালোঁ।

চেণ্ট পাংক্ৰাচ ষ্টেচন পাওঁতে ন বাজিবলৈ পাঁচ মিনিট। ইফালে গাড়ী প্লেটফৰ্মত সাজু। মানুহৰ লৰা-ধপৰা লাগিছে চাৰিও ফালে। কিছুমানে ট্ৰেইনলৈ চোঁচোৱাই বেগ দিছে। কিছুমানে আকৌ সোমোৱাৰ আগেয়ে যন্ত্ৰৰ পৰা পেনী একোটা দি দি প্লেটফৰ্ম টিকট একোখন লৈছে। বৰুৱাক গেটৰ মুখতে এৰি দৌৰিলো মইটিকট লওঁ বুলি। টিকট লৈ আহি পালত ন বাজি কেই চেকেণ্ডমান গ'ল।

বৃটিছ ৰেলৱেৰ উৎপাতত এক মিনিট পলমকৈ আহিবৰ উপায়ো নাই।

দিনটোৰ গোটেই খিনি ভাগৰে আহি হেঁচি ধৰিলে। একেবাৰে ওচৰতে পোৱা বেঞ্চখনতে বহি পৰিলোঁ। মই বহা বেঞ্চখনৰ বাওঁ হাতে কেইহাতমান দূৰতে কিংচ্ ক্ৰচ টিউব ষ্টেচনৰ পৰা ওলাই অহা চিৰিটো। গাঁতৰ ভিতৰৰ পৰা চিৰিৰে পাখী গজা গুৰি পৰুৱাৰ নিচিনা লানি লাগি মানুহ ওলাইছে। গুৰি পৰুৱা বা উঁইৰ পাখী গজিলে ওলাই আহে মতা খিনি, লগতে দুই এজনী ৰাণীক লৈ। ইয়াতো তেনেকুৱাই হৈছে। ৰাতি বেচি হৈ অহা কাৰণে মাইকী মানুহৰ সংখ্যা ক্ৰমে কমি আহিছে। পৰুৱা ওলাই আহে জোনটোক লক্ষ্য কৰি আৰু ইয়াত মানুহবিলাক ওলাই আহিছে ৰেল কিখনক লক্ষ্য কৰি। এই বিলাক ভাবি চিন্তিয়েই বহি আছো। ইতিমধ্যে বহুতো ৰেল আহিল আৰু বহুতো গ'ল। হেজাৰ বিজাৰ মানুহক লৈ গ'ল আৰু অজস্ৰ মানুহক থৈ গ'ল। কিছুমানক আনি ঘৰ পোঁচাই দিলে আৰু বহুতকে দলনিত পোনা মেলা দি মেলিলে। এনেকুৱা মানুহ বোৰৰ মুখ দেখিলেই বুজা যায়। হাতত চুটকেচটো লৈ এবাৰ ইফালে চাইছে এবাৰ সিফালে। চকুৱে মুখে ফুটি উঠিছে এটি অসহায়ৰ ভাৱ। কি কৰিম! দুটা কথা কৈ অলপ শান্তনা দিবৰো উপায় নাই। নিজৰেই এই গতি। —সভ্যতাৰেই দোষ। ইমান মানুহৰ সমাগম অথচ কাৰো মুখত কাউৰীৰ বা এটাও নাই। কেৱল জোতাৰ হিলৰ খট্ খট্ আৰু কুলীৰ ঠেলা গাড়ীৰ ঘৰঘৰণি। ৰেল বিলাক



ঘড়ীৰ কাটাই কাটাই এৰিছে কিন্তু ইঞ্জিনটোৰ হুইচেলটোও নাই। গাৰ্ডৰ সুহুৰীটোৱেই জনাই দিয়ে যে গাড়ী এৰিবৰ হ'ল।

জেনেটিকচ্ এ কয় যে উত্তৰাধিকাৰী সূত্ৰে উপাৰ্জিত স্বভাৱৰ বোলে উত্তৰাধিকাৰ নহয়। নহলে কেই শ মান বছৰৰ ভিতৰতে গোটেই বৃটিছ জাতিটো বোবা হৈ যোৱাৰ সম্ভাৱনা আছিল।

তেতিয়াই ভাবিৱলৈ নহল। নহলে গাড়ীত এনেয়ে জপিয়াই উঠি পিচত পইচা দিলেই হলহেঁতেন। পিচে বিলাত বুলি ইয়াত নকৰোঁতে নকৰোঁতে এইটো অভ্যাস নাইকিয়াই হৈছে। অৱশ্যে ভয় নাই, ভাৰতবৰ্ষ পালেই আগৰ পুৰণি অভ্যাসবোৰ জীপ পাই ঠন ধৰি উঠিব।

খবৰ লৈ জানিব পাৰিলো যে, কিছু পিচত আৰু এখন গাড়ী আছে। বাটত এবাৰ বদলি কৰিলেই হব। গাড়ীও আহিল। স্কটলেণ্ডৰ গাড়ী বুলি ভিৰো যথেষ্ট। কোনোমতে বেঞ্চ এখন উলিয়াই আৰামকৈ বহি ললো হুয়ো। ৰাতিপুৱা পূৱে ফাট দিওঁতেই পিন্ধা জোতা যোৰে চেপিছে বাৰুকৈয়ে আৰু মোজা যোৰো ঘামত তিতি জেপ্ জেপীয়া হৈছে। জোতাৰ ফিটা ডুডাল খুলি দিওঁতেই ভৰি দুখনে বহুতো সকাহ পালে। লাহেকৈ ভৰি দুখন জোতাৰ কবলৰ পৰা উলিয়ালো। সিখন বেঞ্চত থকা মানুহ খিনিৰ প্ৰতিক্ৰিয়াটো লক্ষ্য কৰিবলৈ সময় নললো। ভৰিৰ যিটো গোন্ধ মোৰ নাকত লাগিল তাক আৰু বিলাবৰ সাহস নহল। নিজৰ সন্মান

ৰাখি ভৰিক আকৌ ওঁঠৰ ঘণ্টীয়া সঁজাটোত ভৰাই থলো। বৰ কষ্ট হৈছিল। উচপিচাই আছিলো কিছুপৰ। আৰু মনে মনে কল্পনা কৰিছিলোঁ—ঘৰ পাই জোতা খুলি বিছনাখনত লম্বা দিয়া অৱস্থাটো। জোতাৰ ভিতৰত ভৰি দুখন জ্বলিছিল। মনক বুজাইছিলো যে মোৰ ভৰি দুখন যেনিবা বৰফৰ ওপৰতহে আছে। প্ৰতিজ্ঞা কৰিছিলো—অন্ততঃ দুদিন জোতা একেবাৰেই নিপিন্ধো। এনেদৰে মনৰ ভিতৰত বাক্ বিতণ্ডা কৰি থাকোঁতে থাকোঁতে কেতিয়াবা শুই পৰিছিলোঁ। মাজে মাজে সাৰ পাওঁ। আকৌ চিল্‌মিল্‌কৈ টোপনি আহে। এনেদৰে টোপনিৰ ভঙা-গঢ়া কৰি থাকোঁতে ডন্‌কাষ্টাৰ পালো। ইয়াতে আমাৰ গাড়ী বদলিব পালা। আমি নমাৰ পিচতো গাড়ীখন এখন তামোল খোৱাৰ মান পৰ ৰ'ল। কাৰণ ইয়াতে ইঞ্জিনটোৱে বগি দুটামান হোহোকা পিচলোৱা কৰিলে।

গাড়ীখন যোৱাৰ লগে লগে গোটেই ষ্টেচন ঘৰটো ভূতৰ বাঁহ যেন লগা হ'ল। বিৰাট প্লেটফৰ্ম খনত দুয়ো অলপ সময় ইফাল সিফাল কৰিলো। বৰুৱাক হেনো টোপনিয়ে জোকাইছে। মোক কিন্তু একেবাৰে হেঁচা মাৰি ধৰিছে। বেঞ্চ এখনত বহি অলপ কলমটিয়ালো। ঘৰঘৰকৈ শব্দ কৰি গাড়ী এখন ঠেলি ঠেলি পোৰ্টাৰ এটা আহিল। তাক সুধিলো ইয়াত কিবা চাহ জাতীয় বস্তু পোৱা যাব নেকি। কলে যে চাহৰ দোকানখন খোলেহে লাগে। হয়, অলপ পিচতেই খুলিলে। চাহ একো কাপ খালো। সেৰসেৰীয়া



জুতিৰ অসম্ভৱ গৰম চাহ। মুখ পোৰাৰ বাহিৰে খাই হলে অলপো আৰাম নাপালো।

ৰেল আহিল্।—দুটা ডবাৰ অকণমান ৰেলখন। বিলাতত এই প্ৰথম কাঠৰ বেঞ্চ থকা ৰেল দেখিলোঁ। এইখন খবৰ কাগজ আৰু গাখীৰ অনা ৰেল। মানুহো দুই চাৰিজন আহিছে। বেচি সময়ৰ বাট নহয়; আৰু আধা ঘণ্টা। ডনকাষ্টাৰত উঠোতেই পূবে ফাট দিছিল। এতিয়া এই সময় খিনিৰ ভিতৰতেই ভালদৰে পোহৰ হ'ল। শুই থকা দানবাকায় চহৰ এঙামুৰী দি উঠিল কেতিয়াবাই। ষ্টেচনত নামি নিজা নিজা গন্তব্য স্থলৰ বাছ ধৰিলোঁ।

ঘৰ পাই পোনেই জোতা খুলিলোঁ। তাৰ পিচত গা ধুই ভাবিলো শুব লাগিল। কিন্তু ইপিনে ভোকো লাগিছে। কণী কিছুমান ভাজি খাই শুই থাকিলো। শুই শুই প্ৰতিজ্ঞা কৰিলো যে বাছত পাৰ্য্যমানে নুঠো আৰু বন্ধুৰ কথা নুশুনো। আগৰটো এতিয়ালৈকে প্ৰায় ৰাখি আছো। পিচৰটো পৰা নাই। বহুতো বন্ধুৰ পৰা বিপদত পৰিছোঁ। বহুতে ঠগিছে। কিন্তু লাজ হলে নহল। টকা নোখোজা বন্ধু কমেই পাইছোঁ। কমকৈ হলেও প্ৰায় প্ৰত্যেককেই দিছোঁ। লাভত পইচাও হেৰুৱাইছোঁ, বন্ধুও হেৰুৱাইছোঁ। আৰু সেই একে বন্ধুৱেই পিচত গালিও পাৰিছে। নিদিলেতো কথাই নাই। দিলে কব—চালাই দিলে। দি নুখুজিলে কব--চালাৰ পৰা আৰু আনিব লাগিল, খুজিলে কব—চালাৰ কি তাগিদা।

ইচাই কৈছিল। জেৰুজালেমৰ ইচা হাবেচ। হেনো বৃটিছ কাউঞ্চিলে চেক্সপীয়াৰৰ জন্ম-স্থান ষ্ট্রেটফোর্ড আপন্ এভন্ দেখুওৱাৰ ব্যৱস্থা কৰিছে। সস্তা হব নিশ্চয়। এদিন গধূলি গৈ খবৰ কৰিলো। অহা যোৱা আৰু এৰাতি থকা খোৱা সকলোকে লৈ তিনি পাউণ্ড দিলেই হ'ল। এই সুযোগ এৰা যুগুত নহব। এনেয়ে ছাত্ৰক টকাই নাটে। তাতে বিদেশত। কার্পণ্য কৰাৰো প্ৰশ্ন নুঠে। ছাত্ৰই চটি জোতাই সমান্। জোতাৰ ফিটাত গাঠি দিলে বোকা, পানী, বতাহ একোৱেই সোমাব নোৱাৰে। কিন্তু চটি জোতাৰ ফিটাই নাথাকে।

যাবৰ দিনাখন ওলালো ৰাতিপুৱাই। কাটাই কাটাই ন বজাত বৃটিছ কাউঞ্চিলৰ অফিছ এৰিব। মই গৈ পালো আধা ঘণ্টা আগতেই। কিন্তু তেতিয়ালৈকে মানুহ জমা লাগিছে কেইজন মানহে। ঘৰটোৰ পদূলিতে দুই চাৰিজনে গোট খাই গুণা-গঁথা লগাইছে। ঘৰৰ ভিতৰত কেৱল দুজনী ছোৱালী। এজনীয়ে আলোচনী এখনৰ পাত লুতিয়াই আছে।



আন জনী বহি আছে নিঠৰ পুতলা এটাৰ নিচিনাকৈ। তাইৰ নাকটো জোঙা। কিন্তু ইহুদী ছোৱালীৰ নিচিনা নহয়। বৰণটোও মিঠা। ঠিক ভাৰতীয় বগা ছোৱালীৰ লেখিয়া। তাইক তাত তেনেদৰে বহি থকাটো হলে মোৰ ভাল নালাগিল। যেন অলপ খাপচাৰা। দেখিবলৈ আপচু নহয় কিন্তু ধুনীয়াও নহয়। মানুহজনী নাকটোহে আৰু যেন নাকটোৱেই মানুহ জনী। মই হলে ভাৰতীয় পার্টী টার্চী যেন পাইছোঁ। কিন্তু ছোৱালী জনীৰ বিষয়ে জানিবলৈ মোৰ কিবা এটা কৌতুহল উপজিছে।

মানুহ লাহে লাহে আটাইখিনিয়েই আহি পালে। বাছ আমাৰ দুখন। এখনত আমি সতীর্থ কেইজনমান একেলগে বহিছোঁ একেবাৰে পিচৰ চিট খনত। আমাৰ আগৰ বাওঁহাতে এখন চিট এৰি আগৰ চিট খনত বহিছে সেই নাকেশ্বৰী। তাইৰ কাষতে বহিছে পেৰী। চিয়েৰা-লিওনৰ যে, ই, এ, পেৰী। পেৰীৰ প্ৰতি হিংসা হোৱা নাই। মই নিজেও তালৈ যাব খোজা নাই। তথাপি কিয় জানো জেঁাট লগা উলৰ নিচিনা চুলিৰে সৈতে মূৰৰ পেৰীক আজি বৰ আপচু দেখুৱাইছে ছোৱালীজনীৰ কাষত। যাত্ৰা পার্টিৰ এটা কু-দৃশ্যৰ নিচিনা লাগিছে। যাত্ৰা পার্টিত চিঞৰিব পাৰি। খেৰৰ নুৰা দলিয়াব পাৰি। ইয়াত কৰিবলৈ একোৱেই নাই। ভিতৰে ভিতৰে মনটো কিবা তিতা কেঁহা হৈ আহিছে। কাৰো আগত কবও নোৱাৰি। ক'লে সকলোৱেই

হাঁহিব। হয়তো এনেকুৱা মনৰ অৱস্থা সকলোৰেই হয়। সকলোৰে নহলেও অন্ততঃ কিছুমানৰ হয়। কিন্তু কোনেও হলে নকয়। কিয় বাৰু ?

এই যে ওলাইছো চেক্সপীয়াৰৰ দেশ চাবলৈ। বা এই যাব ধৰা কামটোত বিচিত্ৰতা একো ঘটা নাই। খুব বেচি কিবা যদি হৈছে তেনেহলে পিক্‌নিক্ পাৰ্টি এটাত বাছেৰে যোৱাৰ লেখিয়া। দুই এজনে হয়তো গান-তান দুই এক ধৰিছে। বাকীবোৰে মাৰিছে গল্প। এই গল্পবিলাক প্ৰায়ে সীমাবদ্ধ হৈ আছে দুই চাৰিজনীয়া একোটা দলৰ ভিতৰত। কিন্তু গোটেই বাছখনৰ ভিতৰত জমিছে আমাৰ বেঞ্চখনতেই। ডাঙৰ হাঁহিৰ জাউৰি উঠিছে কেৱল আমাৰ দলৰ পৰায়েই। স্ফূৰ্ত্তিৰ পৰিবেশটো ভঙ্গ নহবৰ কাৰণে এজনে তাচ উলিয়ালে এজোৰ। তাচ যেই ওলাল, তাৰ আনুষঙ্গিক পইচাও ওলাল। পইচা ওলোৱাত মই ফালৰি কাটিলো। তাচ যেতিয়া কিছু পৰ চলিল তেতিয়া সকলো ক্ৰমে গহীন হৈ আহিবলৈ ধৰিলে। অৱশেষত কাৰো মাত বোল নাইকিয়া হ'ল।

দুপৰীয়া কোনোবা এখন ঠাইত লাঞ্চ খাইছিলো। এতিয়া ঠাইখনৰ নাম মনত নাই। গতানুগতিক ভাবে একো বিচিত্ৰতা নোহোৱাকৈয়েই চেক্সপীয়াৰৰ দেশত সোমালো।

চেক্সপীয়াৰৰ দেশৰ ঠিক মাজতেই ষ্ট্ৰেটফোৰ্ড অপন্ এভন্। এক হিচাবে কবলৈ গলে এই ঠাইখিনিয়েই ইংলণ্ডৰ হৃদয় স্থল। ইংলণ্ডৰ আন আন ঠাইবিলাকৰ প্ৰত্যেকৰে একোটা একোটা নিজা নিজা বিশেষত্ব আছে। কিন্তু বিশেষকৈ এই ঠাইখিনি অসম্ভৱ ৰকমে ইংৰাজী আৰু জলবায়ুও উগ্ৰ নহয়। ৱাৰউইক চায়াৰৰ ভিতৰত ষ্ট্ৰেটফোৰ্ডেই আটাইতকৈ পুৰণি বজাৰ। এই চহৰখন এভন্ নদীৰ মাজ বাটতেই অৱস্থিত। বৰ ধুনীয়া পৰিবেশৰ মাজত এভন্ নদীৰ পাৰৰ এই নগৰখন দেখিলে ভাব হয় যেন ই অতীতৰ বুৰঞ্জীমূলক স্মৃতিৰ পৰা আজিলৈকে এডাল আঁতও হেৰোৱা নাই। ঠাইখন যিমানেই ধুনীয়া নহওক, ইয়াৰ পৃথিবী বিখ্যাত নামৰ মূলতে হল, বিৰাট প্ৰতিভা লৈ ওপজা ইংৰাজী সাহিত্যৰ অসাধাৰণ নাট্যকাৰ উইলিয়ম চেক্সপীয়াৰৰ জন্ম-স্থান, বাসস্থান আৰু মৃত্যু স্থান। তেওঁৰ জন্ম-স্থান আৰু তেওঁলোকৰ পৰিয়ালৰ সম্পৰ্কত থকা আন আন ঘৰ-বাৰী, বয়-বস্তু সকলো এতিয়া ৰক্ষা কৰিছে চেক্সপীয়াৰ সোঁৱৰণী সন্থাই। ইয়াতেই চেক্স-পীয়াৰ সোঁৱৰণী নাট্য মঞ্চ এটা আছে। এই মঞ্চত বাৰ মাহৰ আঠ মাহেই তেওঁৰ বিশ্ববিখ্যাত নাটকবিলাক এখন এখনকৈ অভিনীত হয়। এই অভিনয় আৰু সেই যুগৰ আন আন শিল্প-কলা সামগ্ৰী, ঘৰ-বাৰী আদি চাবলৈ গোটেই বছৰে পৃথিবীৰ সকলো ঠাইৰ পৰা হাজাৰ হাজাৰ মুনিহ তিৰোতা আহে তীৰ্থ যাত্ৰী হিচাবে।

ষ্ট্ৰেটফোৰ্ডক মাজত লৈ চাৰিওফালৰ ঠাইবোৰ খেতি বাৰীৰ ঠাই। ইয়াত উল্লেখযোগ্য কোনো উদ্যোগ নাই।

গতিকে ইয়াৰ পৰিবেশ শান্ত আৰু নিৰল। ইয়াৰ ফলৰ বাগিচা, ফুলনী, উপবন, জান, জুৰি, নৈ আদি সচাঁকৈয়ে মোহিত হব লগীয়া। ষ্ট্ৰেটফোৰ্ডৰ ওচৰত থকা 'ৱাৰউইক', 'কেনিলৱাৰ্থ', 'লেমিংটন স্পা', 'এজ্ হিল্ চ', 'কটচ্ ৱোল্ড', 'এভচাম' আদি দেখিলেহে ইংলণ্ডৰ সৌন্দৰ্য্যৰ কথা বুজিব পাৰি। ইয়াৰ প্ৰত্যেক টুকুৰা শিলেই, প্ৰত্যেকটো ঘৰেই অতীতৰ লগত জড়িত। বিশেষকৈ লক্ষ্য কৰিবলগীয়া হল, ইয়াৰ স্থাপত্য গাওঁ-ভূঁইৰ লগত মিলি যোৱা। অসঙ্গতি ক'তো নাই। বেসুৰা ক'তো নাই।

ষ্ট্ৰেটফোৰ্ড পাই আমাৰ কাৰণে যুগুত কৰি থোৱা হোটেল বোৰলৈ ভাগে ভাগে গলো। ল'ৰা-ছোৱালীবোৰ একেটা হোটেলতে নাটে কাৰণে তিনিটা হোটেলত ভগাই দিলে। তাৰে ভিতৰত আমাৰটো আৰু আন এটা ওচৰা উচৰি, আনটো এমাইল মান আঁতৰত। গতিকে কিছু সময়ৰ কাৰণে হলেও আমাৰ লগ-সঙ্গ ভাঙি গ'ল। আমি থকা হোটেলত কোনো খোৱাৰ ব্যৱস্থা নাই। হাত-মুখ ধুই ওলালো অলপ চক্কৰ লগাওঁ বুলি। ছয় বজাত আমি গোটেই বোৰ থূপ খোৱাহি কথা—চেক্সপীয়াৰ সোঁৱৰণী নাট্য মঞ্চৰ আগত।

এই নাট্যশালাটো এভন্ নদীৰ পাৰতে। নদীৰ ফালৰ বেৰখন পানীৰ তলৰ পৰাই ওলাই আহিছে। বাৰান্দা খনত ঠিয় দিলে পানীৰ ওপৰত ওপঙি থকা যেন লাগে। গোটেই ষ্ট্ৰেটফোৰ্ড চহৰ খনৰ ভিতৰত যদি কিবা এটা বিসদৃশ আৰু



অসঙ্গতি থকা স্থাপত্যৰ ঘৰ আছে তেনেহলে এই ঘৰটোৱেই। ইংৰাজী স্থাপত্যৰ লেশমানো নাই ইয়াত। ইয়াৰ কাৰণটো বুজিবলৈ উজু হৈ পৰে, আতিগুৰিৰ পম খেদিলে। এই ঘৰটো দান কৰিছে গোটেই পৃথিবীৰ চেক্সপীয়াৰক ভাল পোৱা মানুহ বিলাকে। কিন্তু এই দানৰ বুজন অংশটো আহিছে আমেৰিকান সকলৰ পৰা। ১৯৩২ চনত ঘৰটো সম্পূৰ্ণ হয়।

সন্ধিয়া, সময় মতে পালোগৈ ৰঙ্গমঞ্চ। ওপৰলৈ উঠি যোৱা ঢাপ কিটাৰ শেষৰটোত ঠিয় দি আছে সেই ছোৱালীজনী। গোটেই ওপৰত পিন্ধা ঘন-নীল ৰঙৰ বৰ্ষাতীটোৰ আগৰ বুতাম কিটা খোল খাই আছে। কঁকালৰ তল খিনিত ওলাই আছে হালধীয়া, ৰঙা আৰু বগা ৰঙৰ কিছুমান অদ্ভুত নক্সা আঁকা ক'লা ৰঙৰ ফ্ৰকটো। ওপৰত টিক্‌টিকীয়া ৰঙা ৰঙৰ কাৰ্ডিগান এটা। কান্ধৰ তললৈ ওলমি থকা চুলিকোছাৰে ছোৱালী জনীয়ে হাঁহি আছে।

অনবৰত হাঁহি আছে।

শব্দহীন।

প্ৰায় সময় হ'লহি। গাইপতি আমাক টিকট বিলাক ভগাই দিলে।—নাটক আৰম্ভ হ'ল।—হেমলেট। হেমলেট বহুবাৰ দেখিছোঁ। অন্য কিবা এখন হোৱা হলে ভাল পালো-হেঁতেন। ষ্টেজখন গোটেই মুকলি। আঁৰ কাপোৰ আদি একোৰেই ব্যৱস্থা নাই। পিচপিনে ক'লা কাপোৰ এখন তৰি

দিছে। একাষে পাতল আকাশী ৰঙৰ কাপোৰ এখন থূপ খুৱাই ওলোমাই থৈছে। কাপোৰ খনৰ এটা মূৰ চিলিঙৰ পৰা ওলাইছে, আনটো মাটিত পৰি আছে। এই কাপোৰ-খন দিয়াৰ কাৰণ বোধহয় পৰিপ্ৰেক্ষিক। অভিনয় আৰম্ভ হ'ল। শেষো হ'ল কেতিয়াবা। অপূৰ্ব্ব অভিনয়। সকলোৱে নিতাল, নিস্তব্ধ হৈ চালে। কাৰো মুখত কোনো ৰাই-ৰুই নাই। সেই কাৰণেই লগা সময়তকৈ কম সময়তেই শেষ হোৱা যেন লাগিল। চালো আৰামেৰেই। কিছুমান দৃশ্যত, বিশেষকৈ মনোলগ বিলাকত আৰু কন্দা-কটা দৃশ্যত অভিনেতা, অভিনেত্ৰী সকলক ওচৰৰ পৰা চাবৰ ইচ্ছা হয়। প্ৰায় প্ৰতিখন চিটৰ আগে আগে একোটা বাকছত অপেৰা গ্লাছ আছে। ছয় পেনী বাকছটোত সুমাই দিলে তাৰ তলাটো খোল খাই আহে। দৰ্কাৰ বিবেচনা কৰিলে বা ইচ্ছা হলে এই গ্লাছ উলিয়াই চাব পাৰি। অপেৰা-গ্লাছ বিলাক 'বাইনোকুলাৰ'ৰ পৰ্য্যায়ৰ নহয় যদিও, এনেকুৱা দূৰত্বৰ কাৰণে ইয়েই যথেষ্ট।

খেলা খতম্, পইচা হজম্। কেতিয়াবা কেতিয়াবা এনেদৰে হজম্ হোৱা পইচা খিনিৰ কাৰণে মন পোৰে। কিন্তু খেলা মনোমত হলে পইচাৰ কথা মনত নপৰে। আজিৰ হেমলেট চাই বোধহয় কাৰোৱেই অনুতাপ হোৱা নাই। মোৰ হলে যিমান ভাল লাগিব লাগিছিল সিমান ভাল নালাগিল। কাৰণ আজি কেইদিন মানৰ আগেয়ে ইউনিভাৰ্চিটিৰ ল'ৰা-



ছোৱালী জাকে কৰা হেমলেট চাইছিলো। ইয়াতকৈ কোনো কোনো ক্ষেত্ৰত বৰঞ্চ বেচি' ভাল হোৱা যেনহে লাগিছিল। কিন্তু ষ্ট্ৰেটফোৰ্ড ষ্ট্ৰেটফোৰ্ডেই। চেক্সপীয়াৰ মেমোৰিয়েল থিয়ে-টাৰৰ এটা বিশেষ আকৰ্ষণ হ'ল—মাজে মাজে ইয়াত 'চাৰ লৰেঞ্চ অলিভিয়াৰ', 'ভিভিয়ান লেই' আদিৰ নিচিনা বিশ্ব বিখ্যাত অভিনেতা অভিনেত্ৰী আদিয়ে অভিনয়ত ভাগ লয়। চৰ্ম চক্ষুৰে এওঁলোকক দেখা পোৱাতো বহুতৰ পক্ষে এটা গুৰুত্বপূৰ্ণ ঘটনা (মোৰ নহয় দেই)।

থিয়েটাৰ ভঙাত মন কৰো যে ভোক লাগিছে দুৰ্দ্দান্ত। মোৰেই নহয়, প্ৰায় সকলোৰেই। আজি যে আমাৰ লাগিছে এনে নহয়। বোধহয় থিয়েটাৰ, চিনেমা ভঙাৰ পিচত সকলোৰেই লাগে—সদায়। (মই ভাৰতৰ কথা কোৱা নাই। কাৰণ ভাৰতৰ চিনেমাৰ পিচতহে খোৱা। কিন্তু বিলাতত তাৰ ওলোটা। খাই বৈ পৰিতৃপ্ত হৈহে চিনেমা। দৈহিক সুখ আগে, মানসিক তাৰ পিচত। Plain living, High thinking হয় কিন্তু No fooding, High thinking নহয়।) গতিকে মানুহৰ এই দুৰ্ব্বলতাৰ সুযোগ লৈ কোনোবা বুদ্ধিমানে এখন দোকান দিছে। পোৱা যায় চাহ, কফি আৰু হামবাৰ্গাৰ।

ভাল বস্তুৰ পৰিসৰ ডাঙৰ। এঠাইত সীমাবদ্ধ হৈ নাথাকে। অসমৰ চাহ বিলাতত পায় আৰু পোৱা যায় ইটালীয়ান কেঞ্জাঁত্তি হনলুলুত, ওলণ্ডাজ চিজ কেনবেৰাত, অষ্ট্ৰেলীয়ান

ক্ৰীম্ ব্ৰহ্মত, য়ৰ্কচায়াৰ-পুডিং শ্যামত, স্পেনিচ চাৰ্ডিন নিউজিলেণ্ডত, জাৰ্মান চচেজ পেৰুত, অষ্ট্ৰিয়ান ভিয়েনিচ স্নিট্‌চেল পেৰিচত, ৰাচিয়ান ভোদকা সিংহলত, চাইনিজ নোডুলচ্ কাইৰোত, ভাৰতীয় শিক্ কাবাব লণ্ডনত। তেনেদৰেই আমেৰিকান হামবাৰ্গাৰ পোৱা যায় সৰ্বত্ৰ। দীঘলীয়া ব'ন এটাৰ ভিতৰত সুমাই দিয়া মঙহ আৰু ময়দাৰ সংমিশ্ৰণৰ ভাজি বা চচেজেই হল হামবাৰ্গাৰ। এই উপাদেয় হামবাৰ্গাৰৰ সুবিধা হল ইয়াক থিয়ৈ, বহি, শুই সকলো ৰকমেৰেই খাব পাৰি। আৰু ইয়াক খাবলৈ নালাগে সময়ৰ জ্ঞান। ব্ৰেক-ফাষ্টত হামবাৰ্গাৰ, লাঞ্চত হামবাৰ্গাৰ, ডিনাৰত হামবাৰ্গাৰ, পাৰ্টিত হামবাৰ্গাৰ, বিয়াত হামবাৰ্গাৰ, ভোক লাগিলে হাম-বাৰ্গাৰ, নালাগিলেও হামবাৰ্গাৰ। যোনে ভাত খায় সি ভাৰতীয়, যোনে ভোদকা খায় সি ৰাচিয়ান, যোনে স্পাঘেতি খায় সি ইটালীয়ান, যোনে বিয়াৰ খায় সি জাৰ্মান, যোনে ৱাইন খায় সি ফৰাচী আৰু যোনে হামবাৰ্গাৰ—গাখীৰ খায় সিয়ে আমেৰিকান। এই কাৰণে ইউৰোপৰ সকলো ঠাইতে আমেৰিকান বিলাকক কেঁচুৱা বুলি জোকায় আৰু গাখীৰ যাচি উপলুঙা কৰে। গাখীৰ নাখালেও আমেৰিকানে উলিওৱা হামবাৰ্গাৰ খাই সকলোৱে তৃপ্তি পায়।

হামবাৰ্গাৰ আমিও খালো পৰম পৰিতৃপ্তিৰে। প্ৰায় সকলোৱেই খালে দুই এক বাদে। ষ্ট্ৰেটফোৰ্ড গাৱঁলীয়া চহৰ। এইখিনি সময়তে চহৰীয়া মানুহ শুই নিঃপালি দিলে। আন



ক'তো দোকান বাৰ একোৱেই খোলা নাই। অন্য কোনো নৈশ আমোদ প্ৰমোদৰ ব্যৱস্থা নাই ইয়াত। গতিকে হোটেললৈ ফিৰি যোৱাটোকেই শ্ৰেয় বুলি সিদ্ধান্ত কৰি আটায়ে খোজ ললো। কিন্তু খোজ ললে কি হব? হোটেলটো যে ক'ত আছিল তাৰ উৱা-দিহ এজনেও নাপালো। দিশ সম্পৰ্কে বাক্-বিতণ্ডা কৰি থাকোঁতেই বহু সময় গ'ল। এনেদৰে দুঘণ্টামান ঘূৰি-মেলি ফুৰাত পিচত যেনিবা পালো ঘৰটো। এতিয়াহে বুজিব পাৰিলো যে এই ৰাস্তাটোৱেদি আগেয়ে দুপাকমান মাৰিছো। বিলাতত ঘৰৰ নম্বৰ নাজানিলে ঘৰ বিচাৰি উলিওৱাটো গোটেই মামুলি কথা নহয়। কিয়নো সাধাৰণতে একেটা ৰাস্তাৰ ঘৰবিলাক প্ৰায় একে যেন দেখি। সেই কাৰণে এটা ঘৰ বিচাৰি আন ঘৰত সোমোৱাটো একো আচৰিত কথা নহয়। অৱশ্যে তেনেদৰে সোমালে মাৰ খাব নালাগে—ঘৰত গাভৰু ছোৱালী থাকিলেও। ভাৰতত মাৰ খোৱাটো একো আচৰিত কথা নহয়।

ময়েই এবাৰ পৰিছিলোঁ এনেকুৱা ঠেলাত—কলিকতাত। বহু বছৰৰ আগেয়ে। ৬ষ্ঠ কি সপ্তম মান শ্ৰেণীত পঢ়ো। কলিকতালৈ গৈছিলো দাদাৰ লগত। এদিন ফুৰি ফুৰোঁতে কেনেবাকৈ হেৰাই গলো। তাৰ পিচত কিবা-কিবি উপায়ে ওলালো হোটেলৰ ওচৰ। কিন্তু ঘৰটো এতিয়া চিনি নাপাওঁ। এবাৰ ভুলতে কাৰবাৰ ঘৰত সোমালো। কেট্ কেট্ কৰে ক'লা ইঞ্জেক্সনৰ আগৰ দণ্ডিৰামৰ নিচিনা উৰীয়া

এটাই খেদি আহিল কেঙ্ কেঙ্ কৈ। তাৰ মূৰ্ত্তি দেখি মোৰ ভয়ত ভগৰন্ত কঁপি গল। মাৰ যেনিবা নাখালো সৰু ল'ৰা বুলি। সোণত শুৰগা চৰি গ'ল হয় যদি মই হলোহেঁতেন এটা চফল ডেকা, আৰু যদি থাকিলহেঁতেন তুৱাৰ মুখতে এঞ্জনী পাট গাভৰু।—আৰ যাবা কলৈ!

ৰাতিটো বেচ টোপনি আহিছিল। মৰাৰ নিচিনাকৈ শুলো। ৰাতিপুৱা ব্ৰেকফাষ্ট খাই ওলালো। ষ্ট্ৰেটফোৰ্ডৰ চাবলগীয়া ঠাইবোৰ আমাক দেখুৱাই লৈ ফুৰাব বৃটিছ কাউঞ্চিলৰ মানুহে। চালো বহুত বস্তুৱেই। চেক্সপীয়াৰৰ জন্ম হোৱা কোঠাটো পৰ্য্যন্ত আজিলৈকে সুন্দৰ ভাবে ৰাখিছে। এই কোঠালীটোৱে সেই যুগৰ মধ্যবিত্ত মানুহৰ থকাৰ ধৰণৰ চিনাকি দিয়ে। ইয়াতে কেঁচুৱা চেক্সপীয়াৰক শুৱাই থোৱা দোলনা খনো আছে। এই দোলনা খনত অলপ-অচৰপ কাৰুকাৰ্য্য কৰা আছে কিন্তু সূক্ষ্ম নহয়। বিছনা ঢকা কাপোৰ খন বিৰাট বিৰাট লতা, পাত, ফুল থকা পাটৰ। এই ৰুমটো তুমহলীয়া ঘৰটোৰ ওপৰ মহলাত। মজিয়া খন কাঠৰ। অথচ আজিলৈকে যথেষ্ট মানুহৰ ভৰ একেলগে সহিব পৰা হৈ আছে। এই ঘৰটোৰ খিৰিকি এখনৰ আইনাত বহুতো বিখ্যাত মানুহৰ চহী আছে। বুজিব পৰা বিলাকৰ ভিতৰত এটা হ'ল চাৰ ৱাল্টাৰ স্কটৰ। এই ঘৰটোত ১৫৬৪ চনত উইলিয়ম্ সেক্সপীয়াৰে জন্ম গ্ৰহণ কৰে। গতিকে ঘৰটো



নিশ্চয় তাৰ বহুদিন আগতেই সজোৱা হৈছিল। কিন্তু এতিয়া দেখিলে ঘৰটো সিমান পুৰণি যেন নালাগে।

চেক্সপীয়াৰৰ ঘৈণীয়েক এন্ হাথাৱেৰ ঘৰো ইয়াৰ ওচৰতেই। এই ঘৰটো তুটা বেলেগ বেলেগ ঘৰ যেন লাগে। তুয়ো-টাৰেই বেৰ একে লগে কিন্তু চাল বেলেগ বেলেগ সমতলত। ভেঁটিটোও তেনেকুৱা। ইয়াৰ ৰান্ধনি-ঘৰৰ জুইশালটো মন-কৰিবলগীয়া। জুইশালটো বেৰ এখনৰ ভিতৰত সোমোৱা। এই বেৰখন গোটেই শিলেৰে বন্ধোৱা। জুইশালখন, দৰকাৰ হলে ৰুটি আদি সেকিবৰ কাৰণে ওভেনত পৰিণত কৰিব পাৰি। সেই কাৰণে বাহিৰৰ ফুটাটো বন্ধ কৰিবলৈ হাতল লগোৱা ডাঙৰ এডোখৰ কাঠ আছে। ৰোষ্ট কৰাৰ ব্যৱস্থাটোও বৰ সুন্দৰ। যাতে সেকা বস্তুটো চাৰিও ফালে ভাল ভাবে সেক খায় তাৰ কাৰণে বিন্ধি দিয়া লোহা ডাল আপোনা আপুনি ঘূৰিব পৰা ব্যৱস্থা আছে। এই লোহাডালৰ এটা মূৰে থকা চকা এটাৰ পৰা শিকলি এডাল গৈ লাগিছে চিম্নিৰ ভিতৰত থকা পাঙ্খা এখনত। এই বিচনীখন চিম্নিৰ ভিতৰত এনেভাবে লগোৱা আছে যে চিম্নিৰ ভিতৰেদি গৰম বতাহ ওপৰলৈ উঠিলে বতাহৰ কোব খাই ই ঘূৰে। আৰু ফলত শিকলিডালো ঘূৰিবলৈ ধৰে। আন হাতে শিকলিডালে সেকা বস্তুটোৰে সৈতে বিন্ধি দিয়া লোহাডাল ঘূৰাবলৈ ধৰে। এনেদৰে ৰোষ্ট কৰা বস্তুটোত চাৰিওফালে ভালদৰে তাপ লাগে।

চেক্সপীয়াৰে তেওঁৰ জীৱনৰ পিচৰ ছোৱাটো এটা বেলেগ ঘৰত কটাইছিল। সেই ঘৰটো বহুত দিনৰ আগতে ভাঙি-ছিঙি গৈছে। এতিয়া কেৱল তাৰ কিছুমান ভগ্নাৱশেষহে আছে। কিন্তু এই ভগ্নাৱশেষ বিলাকৰ চাৰিওফালে বৰ ধুনীয়াকৈ বাগিচা আদিৰে সজাই ৰাখিছে। ওচৰতে হল্ চ-ক্রফটত কবিৰ জীয়েক চুচান চেক্সপীয়াৰে বসবাস কৰিছিল। তেওঁৰ বিয়া হয় ডাঃ জন হলৰ লগত। এই অঞ্চলত ডাঃ হলে বৰ সুখ্যাতিৰে চিকিৎসা চলাইছিল।

চেক্সপীয়াৰে যিখন গ্রামাৰ স্কুলত শিক্ষা লাভ কৰিছিল সেই স্কুলৰ ঘৰটো এতিয়াও থিয় হৈ আছে। এই স্কুলখন স্থাপিত হয় ১৫ শ শতিকাত। স্কুল ঘৰটোৰ এটা কাষতে লাগি আছে পুৰণি গীর্জা এটাৰ গম্বুজটো। এইটো চহৰ-পালিকাই সজাইছিল ১২৬৯ চনত।

ইয়াত ১৬ শ শতিকাৰ শেষ ভাগত সজোৱা এটা বিশেষ আকর্ষণীয় ঘৰ আছে। ঘৰটো আধা কাঠেৰে আমাৰ অসমীয়া ঘৰৰ আৰ্হিত সজোৱা। ইয়াতেই বাস কৰিছিল আমেৰিকাৰ গৌৰৱ, হার্ভার্ড বিশ্ববিদ্যালয়ৰ প্রতিষ্ঠাতা জন হার্ভার্ডৰ মাক। আমেৰিকানসকলে ইয়াক তীর্থ জ্ঞান কৰি দর্শন কৰে।

ষ্ট্রেটফোর্ড চহৰৰ মাজেৰে এভন নদীখন বৈ যোৱা কাৰণে মানুহৰ যথেষ্ট অসুবিধা হ'লহেঁতেন, যদি নৈৰ ওপৰেৰে চহৰৰ দুয়ো অংশ ক্লপ্টন ব্রিজ বোলা দলং খনে সংযোগ নকৰিলে-হেঁতেন। এই ক্লপ্টন ব্রিজে যোৱা পাঁচ শ বছৰ ধৰি চহৰৰ



সকলো যান-বাহন, মানুহ-দুনুহৰ ভিৰ সহ্য কৰি আছে। এই চহৰৰে হিউ ক্লপ্টন, যোনে ১৪৯১ খৃষ্টাব্দত লণ্ডনৰ মেয়ৰ নির্বাচিত হয়; তেৱেঁই দলং খন সজায়। এই দলং খন ১৪টা অংশেৰে সম্পূর্ণ।

ওচৰতে উইল্মকটত চেক্সপীয়াৰৰ মাক মেৰী আর্দেনৰ ঘৰ সংৰক্ষিত হৈ আছে। ছার্লেকটত থকা ছার্লেকট হাউচটোও চাবলগীয়া বস্তু। এইটো এটা এলিজাবেথৰ দিনৰ বৰ ধুনীয়া ঘৰ। ঘৰটোত কেইটামান গম্বুজ আছে। বাকী খিনিৰ লগত গম্বুজ কেইটা মিলি এচিয়া-মাইনৰ বা ৰাচিয়ান ঘৰ যেনও নালাগে। ইয়াৰ এটা নিজস্বতা আছে। কিন্তু সমন্বয়টো অলপ বিসদৃশ যেন লাগে।

এই ঘৰটোৰ চাৰিও ফালে এখন উপবন। ইয়াত ১৮ শ শতিকাত স্পেইনৰ পৰা অনা এবিধ ভেৰা আছে। বহু শ বছৰ ধৰি যথেষ্ট পহুও ইয়াত পোহা হৈছে। চেমনীয়া কালত ইয়াৰ পৰা চেক্সপীয়াৰে পহু চুৰি কৰা গল্প এটা আছে। চেক্সপীয়াৰৰ লগত ছার্লেকট হাউচৰ সম্পর্ক ইমানেই।

এই সকলো বিলাক চাই অটাই লওঁতে দুপৰীয়া হ'ল। দুপৰীয়াৰ খোৱা খাবলৈ অলপ দেৰি আছে। সেই কাৰণে সময়খিনি কটাবলৈ এভন্ নদীৰ পাৰে পাৰে টহলী আছো। নৌকা বিলাসৰ ব্যৱস্থা ইয়াত ভাল দৰেই আছে।—হাতেৰে চলোৱাও আছে আৰু স্বয়ং চালিতও আছে। আনাড়ীৰ কাৰণে আগৰ বিধ অলপ কম বিপদ্জনক। আমাৰ মাজত সাতুৰিব

নজনা দুজন থকা কাৰণে আমি চাৰিজনে সৰু, পাতল, হাতেৰে বোৱা নাওঁ এখন ভাৰা কৰি ললো। ভেৰণীয়া নাওঁ লৈ পাৰি দিয়েই গম পালো যে ভুল ঠাইত বেচি ভুল কৰিলোঁ। আমি যিখিনি ঠাইত আৰম্ভ কৰিলোঁ তাত পানীৰ ধাৰ বৰ বেচি। সোঁতে নাওঁ কোবাই লৈ গ'ল। যথাসাধ্য চেষ্টা কৰিছোঁহে কৰিছোঁ; কিন্তু নাৱঁক হলে কাবু কৰিব পৰা নাই। দুজন মানুহে একেলগে ডাঁৰ মাৰিব পৰা হলেও হয়তো কিবা এটা হলহেঁতেন। তাৰো উপাই নাই। দুপাট ডাঁৰ বন্ধা আছে এটা মূৰে। আমি এজন এৰি এজনে চেষ্টা কৰিছোঁ। নাওঁ আমাৰ ভটিয়াই গৈ আছে। সোঁহাতে ট্ৰিনিটি চাৰ্চটো এৰি গলোঁ। বাওঁহাতে অটব্য হাবি। হাবিখিনিৰ মাজতে মস্ত ডাঙৰ বগা চাইনবোৰ্ডখনত কেট্‌কলা আখৰেৰ লিখি থৈছে—"বিপদজনক ঠাই" তেতিয়াহে আমাৰ হুঁচ আহিল। প্ৰথমে বুজাই নাছিলোঁ। বিপদটোনো কি? বাঘ-ভালুকতো নায়েই। পিচে জঙ্গলখিনি দেখি সাপে লিউলিয়াই থকা যেন লাগে। কিন্তু বিলাতত সাপৰো ভয় নাই। নিৰ্জন ঠাইখিনিত কিবা যেন শব্দ এটা শুনিবলৈ পালো। শব্দটো ক্ৰমে ডাঙৰ হৈ আহিবলৈ ধৰিলে। এই হৰ্‌হৰাই থকা শব্দটোনো কি আমি কোনেও বুজি পোৱা নাই। এনেতে কোনোবা এজনৰ মনত পৰিল—সেইখিনিতে নদীত বান্ধ এটা আছে, চহৰৰ ভিতৰত থকা নদী ছোৱাৰ পানী ওপচাই থবলৈ। বান্ধটোৰ সিপাৰে কিছুমান চিৰি ঢাপে ঢাপে তললৈ নামি গৈছে। এই



চিৰিবোৰৰ ওপৰেদিয়েই প্ৰানীবিলাক হৰহৰাই নামি আহিছে কৃত্ৰিম ঝৰণাৰ আকাৰত। এইখিনিত পৰিলে নাওঁ কিয় বিৰাট সাঁতোৰ-বীৰৰো দফা-ৰফা হৈ যাব। ঘটনাটোৰ গুৰুত্ব বুজি উঠাৰ লগে লগে আমাৰ বুকুৱে ধান বনাদি বানিবলৈ ধৰিলে। হাল আমি এৰি দিয়া ভকত নহওঁ। এজন এৰি আনজনে ডাঁৰ লৈছো। ক'ৰপৰা যে প্ৰত্যেকৰে মৰ বলটো আহিছে! হাওঁ-ফাওঁ ফুলাই লৈ ডাঁৰত টান, তাৰ পিচতেই পামযোৱা বেলুনটোৰ নিচিনা হৈ যাওঁ। তাৰ পিচত আকৌ। নাওঁ ভটিয়াইছে নে উজাইছে তাৰ পিনে লক্ষ্য আমাৰ নাই। মৰো-জীওঁ-সো-আধিকৈ টানিছো। উজাব বিশেষ নোৱাৰিলোঁ। কিন্তু পাৰত হলে লাগিলোঁ। আমাৰ ভিতৰত অলপ ধতুৱা আছিল গাৰ্ডা।

অষ্ট্ৰীয়ান জাৰ্মান গাৰ্ডা।—গাৰ্ডা শ্লেল। বোধহয় তাই ৰোমান কেথেলিক্। মাজে মাজে দুই এবাৰ সোঁহাতখন কপালে, বুকুৱে, দুই বাহুত চুই বিৰ্‌বিৰাই আছিল মুখেৰে। বোধহয় ফাডাৰ, মাদাৰ, হোলিঘোষ্ট—আমেন মাতিছিল। ইয়াৰ বাহিৰে বাকী সময়খিনি দুয়ো হাতেৰে নাৱঁৰ বাৰত ধৰি কঁপি আছিল। তাইৰ ফালে চাবলৈ আমাৰ আহৰি নাই। অৱশ্যে লক্ষ্য কৰিছিলো যদিও আমোদ পোৱা নাছিলো। নাওঁ পাৰত লগাত তাই নতুন জীৱন পোৱা দি পালে আৰু লগে লগেই পাৰলৈ জাপ মাৰি দিলে। ইমান অকণমান জাপটো যে তাইৰ লক্ষ্যভ্ৰষ্ট হব সেইটো আমি অনুমান কৰিব পৰা নাছিলোঁ। কিন্তু

অনুমান বিলাক জানো সদায় সত্য হয়? আমাৰো ভুল হ'ল। মানে গাৰ্ডা পৰিল। পৰিল মানে একেবাৰেই পানীত পৰিল। অথাই পানী নহলেও ভয়খোৱা মানুহজনীৰ পক্ষে পানী খাবলৈ সেয়েই যথেষ্ট। আমি লৰা-ধপৰাকৈ তাইক তোলো মানে পানী খালে, বেচ কেইঢোকমান। তাইৰ যিটোহে অৱস্থা হৈছিল! মাজতে এজনে—সুধিলে—গাৰ্ডা পানী খাবা নেকি? আমি আটাইবোৰে হাঁহি দিলোঁ। তাই বেচাৰীয়ে কান্দি পেলালে। তাইৰ মূৰৰ চুলিবিলাকৰ পৰা পানী পৰি আছে টপ্ টপ্ কৈ, ভিজা কাৰ্ডিগানটোৰ ওপৰতে। ডিঙিৰ স্কাৰ্ফৰ পৰা আৰম্ভ কৰি ভৰিৰ মোজালৈকে গোটেই ভিজিল। কঁপি কঁপি থিয় হৈ আছে গাৰ্ডা। চকুৰ পানীয়ে, নাকৰ জোলেৰে একাকাৰ হৈছে মুখখন। ইফালে সযত্নে ওঁঠৰ ভাজ মিলাই সনা লিপ্ষ্টিক বিলাক বিয়পি পৰিছে ওঁঠৰ সীমা চেৰাই।

মোৰ মেকিনটচ্টোৰে মেৰিয়াই দিলো তাইক। ভিজা কাপোৰবিলাক খুলি পেলাবলৈ বহুবাৰ অনুৰোধ কৰা হ'ল তাইক। নাই নোখোলে। কিন্তু খুলিবৰ যে ইচ্ছা নাই তেনেও নহয়। লাজ অৱশ্যে পায় অলপ। আমি আগতে নহঁহা হলে খুলিলেহেঁতেন নোকোৱাকৈয়েই। অভিমান হৈছে তাইৰ, আঘাত পাইছে যথেষ্ট। এই অভিমান তাইৰ কথাৰে নাভাঙে। মৰমৰ জোৰ লাগে। গালি গালাজ কৰি জোৰকৈয়েই কাৰ্ডিগানটো খুলি দিলো। বাকীখিনি তাই নিজেই কৰিলে।



নহলে অৱশ্যে ময়েই অসুবিধাত পৰিলোহেঁতেন। গাৰ্ডাক এটা লম্বাকৈ ধন্যবাদ দিলো। তাই আৰু আনে ভাবিলে যে তাই তিতা কাপোৰ খোলা কাৰণে দিলো। কিন্তু মই ধন্যবাদ দিলো—মোৰ হতুৱাই কাৰ্ডিগানৰ তলৰখিনি নোখোলোৱাৰ কাৰণে। অৱশ্যে তাই সেই কামটো নকৰিলেও হেঁতেন। কিন্তু তাইৰ মনৰ যিটো অৱস্থা—হয়তো তাই মোক হাক দিব পাহৰিবও পাৰিলেহেঁতেন; বা মোৰ মৰমৰ অত্যাচাৰত তাইৰ মনটো অতিসহ্য হৈ নিৰ্ব্বিকাৰ হৈ যাবও পাৰিলেহেঁতেন। কিন্তু এটাও নঘটিল। গতিকেই গাৰ্ডাৰ ধন্যবাদটো প্ৰাপ্য। সকলোতকৈ ডাঙৰ কথাটো হ'ল—'স্ত্ৰীয়া চৰিত্ৰম্'।

মোৰ মেকিনটচ্টোৰ ভিতৰত নাঙঠ গাৰ্ডা। তাই কঁপি আছিল। লিপ্ষ্টিক ধুই যোৱা ওঁঠটো তাইৰ তেতিয়াও কঁপি আছিল। চুলিখিনি আউল-বাউল। ভেনিটি বেগটো বাওঁ হাতত, আৰু মেৰিয়াই লোৱা তাইৰ কাপোৰ খিনি সোঁহাতৰ কাষলতিৰ তলত। আমি কেইবাজনেও লব খুজিছিলো, তাই নিদিলে। জাপানী যুদ্ধ-বন্দী এজনী মাজত লৈ গুৰ্খা সৈন্যই মাৰ্চ কৰাৰ নিচিনাকৈ গৈ আছো আটায়ে। মাত বোল কাৰো নাই, ঠিক কোনোবা প্ৰিয় পৰিজনক শ্মশানত থৈ ঘৰ বুলি ওভোটা দল এটাৰ নিচিনাকৈ। কোনেও কাকো সোধা নাই কলৈ যাব ধৰিছো বুলি। কোনেও ভবাও নাই। কিন্তু সকলোৱে জানো কলৈ যাম। আমাৰ ভিতৰৰ মানুহটোৱে কৈ দিছিল ইয়াৰ পিচত কি কৰিব লাগিব। নজনাকৈয়েই

সোমাই পৰিলো পাবলিক্ হাউচ এটাত। বহিয়েই প্ৰায় সকলোৱেই একেলগে কৈ উঠিলো—গাৰ্ডাৰ কাৰণে এটা ব্ৰাণ্ডি। মদ এটা এনে বস্তু যে মদাপী নহলে তাক বৰ কম সময়তহে অকলে খাব পাৰি। কিন্তু চেলু এটা সদাই লাগে। ঠাণ্ডা আমাৰো লাগিছিল। কিন্তু চেলুটো হ'ল মিচ শ্নেলক সঙ দিয়া। গতিকে আমাৰ সকলোৰে কাৰণে আহিল জীৱন-দায়িনী ৰস, বেলেগ বেলেগ ৰূপত, ৰুচি অনুযায়ী। কাৰো ৰূপ ললে জিনত, কাৰো বিয়াৰ, কাৰো হুইস্কি।

বিদায় লবৰ সময় হ'ল। সলাজ চাহনিৰ সজল চকুৰে বিদায় ললে গাৰ্ডাই। ধন্যবাদ দিলে অন্তৰ ভৰি। অৱশ্যে মই আগেয়ে দিয়া ধন্যবাদটোৰ প্ৰতিদান হিচাবে নহয়। কিন্তু তেতিয়া মই দিয়া ধন্যবাদটোৰ এটা অংশৰ প্ৰতিদান তাই দিয়াটোও নিশ্চয় আছিল। কাৰণ সেইটোৱেই আছিল পূৰ্ববাগ। মই হলে মনতে ভাবিছো—"হে গাৰ্ডাহঁত! তোমালোকৰ একো-জনীয়ে যদি নিতে মোক লন্ডা, মোৰ অৱস্থাটো কি হব?" দিনে-পতি একোটাকৈ পাউণ্ড যদি পকেটৰ পৰা ওলায় যায় তেনেহলে অচিৰে মোৰ পাপৰৰ দৰখাস্তৰ কাগজ এডুখৰি কিনিবলৈও পইচা নাইকিয়া হব। "—হে গাৰ্ডাহঁত, মোক ৰক্ষা কৰা; অধমক হাতে মাৰিলেও ভাতে নামাৰিবা।"

দুপৰীয়া খাবৰ সময়ত আটাইবোৰে এখন হোটেলত লগ হোৱাৰ কথা। খোৱা হেৰোৱাৰ ভয়ত সকলোৱে খোজ ললো লৰা-ধপৰাকৈ। সময়মতে পালো গৈ। কেইবাখনো



টেবিলত ভাগে ভাগে বহিলোহঁক। কপালৰ ফেৰত আমি ভাৰতীয় কেইটা একেখন টেবিলতে পৰিলোঁ। মেজত যি বস্তু পৰে থপিয়া-থপি কৈ কেইটামানে আগেয়ে নি নিজৰ থালত লয়। পিচৰ কেইটালৈ একোৱেই নাথাকে। ভাৰতীয়ৰ লগত বহি অভাৰতীয় হিচাপে ভদ্ৰতা দেখুৱাওঁতে মোৰ অৱস্থা কাহিল হ'ল। প্ৰায় আধাপেটিয়েই উঠিব লগীয়াত পৰিলো। ঘৰৰ অৱস্থা যেনেকুৱাই নহওক, সৰুৰেপৰা কিন্তু খোৱাৰ অসুবিধা কোনো দিনেই হোৱা নাই। গতিকে খোৱা বস্তুৰ কাৰণে কাঢ়া-কাঢ়ি কৰিবলৈ শিকা নাই। বঙালত দুৰ্ভিক্ষৰ সময়ত হেনো কুকুৰে মানুহে কাজিয়া লাগিছিল ডাষ্টবিনত পেলোৱা উচ্ছিষ্টৰ কাৰণে।—লাগিবতো। তথাকথিত ভদ্ৰ ঘৰৰ শিক্ষিত ল'ৰাৰ যদি বিলাতত খোৱাৰ মেজতেই লাগে! কথাটো যদিও বিশেষ একো নহয় তথাপিও লাজ পাইছিলোঁ, আমাক খাবলৈ দিয়া ছোৱালীজনীয়ে চাই থকা কাৰণে। তাই প্ৰথমে আমোদ পাইছিল আৰু মিচিকিয়াই হাঁহি আছিল। পিচত ঘটনাৰ গঢ়টো দেখি তাই গম্ভীৰ হৈ গ'ল আৰু অবাক হৈ মুখ মেলি আমাৰ পিনে চাই ৰ'ল। তাই যদি স্ফূৰ্ত্তি কৰা বুলি ভাবি-ছিল তেনেহলে ভাল কথা। যদিহে তাই কাৰো আগত কোৱা নাই তেনেহলে তাই জানে আৰু ভগৱানে জানে তাই কি ভাবিছিল।

এইবাৰ ঘৰমুৱা যাত্ৰা। উঠিলো বাছত। সেই যে ধুনীয়া ছোৱালীজনী; তীহ্তিহীয়া জোঙা, লম্বা নাকেৰে সৈতে!

আমাৰ বাচতে উঠিল। আমাৰ দলটো, আহিবৰ দিনাৰ নিচিনা বেকবেঞ্চাৰ। ঠিক একে ঠাইতে, আমাৰ আগৰ এখন এৰি আগৰ বাওঁ হাতৰ খনত তাই। চিয়েৰালিওনৰ পেৰী এইবাৰ খহিল। ফ্রেঞ্চ ল'ৰা এটাই তাৰ ঠাই ললে। ফৰাচীনে ফৰাচী, একেবাৰে জাতে কামে ফৰাচী। বাছখন চলিবলৈহে পালে সি বাওঁহাত খন দিলে ছোৱালীজনীৰ কান্ধত তুলি। তাই অৱশ্যে টপৰাই পেলাই দিলে হাতখন। হলে কি হব, সি আকৌ তুলি দিয়ে, তাই আকৌ পেলাই দিয়ে। আমি ইফালে পিচৰ ল'ৰাজাকে কিৰিলি পাৰি হাঁহি দিওঁ। ছোৱালী-জনীয়ে বেচাৰীয়ে বৰ লাজ পাইছে। গাল মুখ ৰঙা পৰি আহিছে; কিন্তু উঠি যাবলৈও থল নাই। বাছৰ সকলো চিটেই পূৰা। তাইৰ নিজৰ স্বভাৱ গুণে ল'ৰাটোক বৰ বেয়াকৈ কবও পৰা নাই। কেৱল ভদ্ৰ ভাবে হাক দিছে, আৰু গাৰ পৰা হাতখন এৰুৱাই দি আছে। —ফৰাচী ল'ৰাবো ধৈৰ্য্য আছে।

অসমৰ এখন বিখ্যাত কলেজত ঘটা ঘটনা এটালৈ মনত পৰিছে।

আমি তেতিয়া ফাৰ্ষ্ট ইয়াৰ। কেমিষ্ট্ৰি ক্লাচত সোমাম বুলি বৈ আছো। ৰুমটোৰ পৰা তেতিয়া চেকেণ্ড ইয়াৰৰ ল'ৰা-ছোৱালীজাক ওলাই আছে। হথাতে আমাৰ আগতে ছোৱালী এজনীয়ে ল'ৰা এটাক কাণ তলীয়া চৰ এটা সোধালে। বেচাৰা ল'ৰাটোৱে ভেবা লাগি চাই থাকিল।



অৱশেষত যেনিবা ল'ৰাই গোচৰ দিলে প্ৰিঞ্চিপালৰ তাত। প্ৰিঞ্চিপালে হেনো ল'ৰাটোক কলে—

"হেৰা! কেতিয়াবা ঘোঁৰাই প্ৰেম কৰা দেখিছানে?"

"দেখিছো চাৰ।"

"কি দেখিছা? ঘোঁৰাটোৱে ঘূঁৰীজনীৰ পিচে পিচে গৈ থাকে নে নাথাকে?"

"থাকে চাৰ"।

"ঘূঁৰীজনীয়ে ঘোঁৰাটোক নাকে মুখে লঠিয়াই নে নলঠিয়ায়?"

"লঠিয়াই চাৰ"

"তেনেহলে? যোৱা এতিয়া"।

অৱশ্যে সেই ফ্রেঞ্চ ল'ৰাটো অসমত পঢ়া নাছিল। কিন্তু তাৰো থিয়োৰী বোধহয় সেই একেটাই। প্ৰেম কেনেকৈ কৰিব লাগে তাৰ একো নিয়ম কানুন নাই। কো বিগিঃ কো নিষেধঃ। স্থানৰো সমস্যা নাই, যদি লাজটো নাথাকে জৈৱিক প্ৰেমত আৰু শিলগুটি দলিওৱা ৰাইজ নাথাকে। শিক্ষা দীক্ষা নোপোৱা বন্ধুৱা ল'ৰা-ছোৱালীক দেখিছো এনেভাবে সময় কটোৱা। লাজৰ বাখ্যাটো সিহঁতৰ বেলেগ। কিন্তু কলেজত পঢ়া ল'ৰাক এনে কৰা দেখা নাই অন্ততঃ লগৰ ল'ৰা ছোৱালী থকা বাছ এখনত, ভৰ দুপৰীয়া।

ফৰাচী প্ৰেমৰ নমুনা দেখিলোঁ। ফৰাচীৰ ঐতিহ্য আছে। ফ্রান্সক বাদ দি ইউৰোপত প্ৰেম নচলে। ভাল পোৱা শব্দটোত বেচি জোৰ দিবলৈ ইংৰাজী গানতো ফৰাচী

"আমোৰে" শব্দটোৰ প্ৰয়োগ। যেনে আমি অসমীয়া ককাই-ভায়ে, বাপেকে পুতেকে অশ্লীল দুই এক কথা কওঁ ইংৰাজীত। পৰৰ ভাষাত কথাটো বুজি পাওঁ অথচ অশ্লীলতাটোও যেন বহু পৰিমাণে কমি যায়।

ছোৱালীজনীৰ কাৰণে বেয়া লাগিছে। এই ল'ৰাটোৱে বেচাৰীৰ গোটেই ট্ৰিপটো মাটি কৰি দিলে। সি নিশ্চয় মাৰখোৱা কাম কৰিছে। কিন্তু ইউৰোপীয় শালিনতা জ্ঞানেৰে তাক ঢুকি নাপায়।

—জানো, ল'ৰাটো নামি যাব ৱেকফিল্ডত। ভাবিছো, তেতিয়া গৈ তাইৰ ওচৰত বহিম—কিজানি তাইৰ এই ট্ৰিপটোৰ অঙ্গ ঘাটি হোৱা খিনিৰ অলপ পূৰ হয়েই। ঠিক পৰৰ আত্মাৰ সদ্গতিৰ কাৰণে ব্যতিব্যস্ত হোৱা ধৰ্ম-প্ৰচাৰকৰ মনটো লৈ তালৈ যাব খোজা নাই। —মোৰো গাত মাইকী হাৱা অলপ লাগক!

আমাৰ বেঞ্চত তাচ পূৰাদমে চলি আছে। সকলো মচ্‌গুল। তাৰ মাজতে মই মোৰ কথাটো বেকত কৰিলোঁ। সকলোৱে শলাগিলে গিৰ্জনি মাৰি হাঁহি। হাঁহিৰ শব্দত বাছৰ সকলোৱে আমাৰ ফালে ঘূৰি চাইছে।

—সেই ছোৱালী জনীয়েও।

কোনেও কথাটো বুজি পোৱা নাই। —তাইও। অথচ তাই হাঁহি আছে আমাৰ ফালে চাই। ভাল পেইন্টিং বা ফটোৰ হাঁহি থকা মানুহে যেনে দৰে চাই থকা জনলৈ



হাঁহি থকা যেন দেখি ঠিক মোৰো তেনে লাগিল। যেন তাই মোলৈ চাইহে হাঁহি আছে। —হবও পাৰে। গোটেই কেইজনৰ ভিতৰত ফ্ৰেঞ্চকাট্ দাড়িৰে সৈতে মোৰ মুখখনেই প্ৰথমে চকুত পৰা (ধুনীয়া বুলি কোৱা নাই দেই)। তাইৰ হাঁহিটো দেখি মোৰ উৎসাহটো ক্ৰমে অদম্য হৈ আহিল। নিজে নিজে মনতে পাঙি লৈছো—"এই বাছ আহি ৱেকফিল্ড পালে। ফ্ৰেঞ্চ ল'ৰাটো বিদায় লৈ উঠি গ'ল। মই লাহেকৈ একেবাৰে খাটি ভদ্ৰলোক সাজি তাইৰ ওৰচলৈ উঠি গ'লোঁ। তাৰ পিচতে মূৰটো চাপৰাই মিচিকি হাঁহি এটিৰে সৈতে সুধিলোঁ—মই এই খিনিতে বহিলে বেয়া পাবনে? তাই হাঁহি কলে—কেতিয়াও নাপাওঁ। বৰঞ্চ সুখহে পাম।"

এইবিলাক মনতে পাগুলি দিঠকতে সপোন দেখি আছোঁ। এনেতে লগৰে এটাই গাত ঠেলা মাৰি দিলে। —"হেই, কি কৰিছ?" সাৰ পাই চাওঁ যে ৱেকফিল্ড কেতিয়াবাই পাৰহৈ গ'লো। বাছ তাত নিশ্চয় থামিছিল। কিয়নো ছোৱালীজনীৰ কাষত তেতিয়া ফ্ৰেঞ্চ ল'ৰাটোৰ পৰিৱৰ্তে ভাৰতীয় ল'ৰা এটা বহি আছে। —মানী। —কেৰালাৰ শ্ৰীমানী।

মোৰ মনত বিৰাট জেদ্ এটা সোমাল। —ছোৱালী-জনীক লগ পাবই লাগিব। লগৰীয়াহঁতে এইবাৰো হাঁহিলে। ডাঙৰ শব্দ কৰি নহয়। লাহে লাহে। তাৰ পিচতে মোক গালিপাৰা আৰম্ভ কৰিলে। ৰয়ে কলে—"বদ্‌নাম

কৰলে আমাদেৰ। কাপুৰুষ কোথাকাৰ।" বদ্‌নাম হয়তো কৰিলো। —হয়তো কৰা নাই।

আমাৰ চহৰ পাওঁতে পাওঁতে ন বাজিল। তেতিয়া সাঁজ লাগো লাগো। আদ্‌বাটতে ছোৱালীজনী নামিল। মোৰ জেদ্‌টোতো আছেই। গতিকে মইও নামিলোঁ। মোৰ বেগটো আছিল বাছৰ লাগেজ বুথত। ড্ৰাইভাৰে পিচলৈ আহি উলিয়াই দিলে। বেগটো হাতত লৈ ঘূৰি চাওঁ যে—ছোৱালী নাই। উধাও। পৰিল পানীত, হেৰাল মাণিক। এতিয়া এই লক্ষ লক্ষ মানুহৰ মাজৰ পৰা এজনী সামান্য ছোৱালী কেনেকৈ উলিয়াম! তাইৰ নাজানো নাম, নাজানো ক'ত থাকে আৰু নাজানো কি কৰে। ভাল চৰ লগালে ওলালে ওলাবও পাৰে। কিন্তু চৰক দিবলৈ সূত্ৰ একোৱেই নাই। তাইৰ পৰিচয়—এজনী ছোৱালী। এই চহৰত থকা লক্ষ লক্ষ ছোৱালীৰ ভিতৰত তাইও এজনী।

মনটো হতাশাই আৱৰি ধৰিলে। ধিক্‌ জীৱন। ছোৱালী এজনীক মাতো মাতো বুলি দুদিন ধৰি মাতিব নোৱাৰিলোঁ। ইয়াতকৈ নো লাজৰ কথা কিবা হব পাৰেনে? ক্লাৰ্কৰ লগত "থ্ৰি ৰোজেচ এণ্ড দি ক্ৰাউণত" সোমালোঁ। মেনহাটন কক্‌টেইল, মাৰ্টিনি কক্‌টেইল, নেলচনচ্‌ ব্লাড, বুৰবঁ, কণিয়াক, কইনক্ৰ আদি বহুতৰেই নাম কৈছিল ক্লাৰ্কে। মনত নালাগিল এটাও। খুজিলোঁ।—

"ভাৰজিন"



"চাৰ"—ৱেটাৰটোৱে আচৰিত হৈ ভেবা লাগি চাই থাকিল।

"ওঁ, ভাৰ্জিন, ভাৰ্জিন।"

"চাৰ, বুজি পোৱা নাই।"

কুমাৰী ছোৱালী বিচৰা নাই (কটা গৰুটো), ভাৰমুথ আৰু জিন্‌। আধা গৰ্ডনৰ জিন্‌, বাকী আধা ভাৰমুখ। ইটালীয়ান ভাৰমুথ নহয় কিন্তু। একেবাৰে খাঁটি ফ্ৰেঞ্চ ভাৰমুথ। তাতে ঠিক চাৰিটোপাল অৰেঞ্জ-বিটাৰ্চ। এটোপাও বেচি নহয় আৰু কমও নহয়।

"বৰফ চাৰ"—ৱেটাৰে সুধিলে।

"ওঁ"

"বেচি চাৰ?"

ওঁ। যথেষ্ট। বহুত।

কেইটামান খোৱাৰ পিচত মই হেনো কৈছিলোঁ।—I want a few more to start to become a casanova.

এনেদৰেই আৰু এটা কাচানোভাৰ জন্ম হ'ল। অতৃপ্তিয়ে জানো এনেদৰেই পৃথিবীত শত সহস্ৰ কাচানোভাৰ জন্ম দিয়া নাই? পৰিবেশ নাপাই এনেকুৱা কত কাচানোভা অকালতে মৰহি গৈছে!

উঠিম আৰু। এনেতে এক মাৰ্কিন আহি ওলাল।

Care for a glass of Champaign chum? নাজানো সি কনেক্‌টিকাট, আইওৱা, টেক্সাচ, অন্টেৰিও নে ওহিওৰ

পৰা আহিছে। কিন্তু মাৰ্কিন হলে হয়। কোনো কোনো সময়ত এনেকুৱা অবাঞ্ছিত বন্ধুৰ অযাচিত আমন্ত্ৰণ এনে বিৰক্তিকৰ হৈ উঠে! তাৰপৰা এৰা দিবৰ এটা বৰ বেয়া বুদ্ধি মাথাত খেলালে। সুধিলোঁ—"কৰ চেম্পেইন ?"

"কেলেই, ফ্ৰান্সৰ।"

"ফ্ৰান্সৰতো হয়েই। কিন্তু কোন প্ৰদেশৰ।"

বেচাৰাই মোৰ পিনে ভেবা লাগি চাই থাকিল।

আকৌ সুধিলোঁ—"বাৰ্গাণ্ডি ?

বৃটানি ? এলচাক ? দৰদঁ ? লোৰেণ ?"

বেচাৰা এনেকুৱা নাৰ্ভাচ হৈ গ'ল যে তাৰ পিচত আৰু নিমন্ত্ৰণ উপেক্ষা কৰিব নোৱাৰি। অলপ পিচতেই চিনক্লেয়াৰে গাবলৈ আৰম্ভ কৰিলে—

My name is Jhon Jonson,
I come from wisconsin,
I work on a lumberyard there
When I go down the street
All the people I meet
They say y y y y y y y,
"What's your n ame ?"
And I say y y y y y :
My name is Jhon Jonson
I Come from wisconsin
... ... ... ... ... ... ...



চাবে দহ বজাত ওলালোঁ। ওলোৱাৰ আগেয়ে সি মোৰ হাত এখনত ধৰি মোৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে আৰু গালে—

He is a jolly good fellow
Oh, he is a jolly good fellow
... ... ... ... ... ... ... ...

---

বৃটিছ কাউন্সিলৰ যহত যেনিবা চেক্সপীয়াৰৰ দেশখন চোৱা হল। এনেদৰে এই যাত্ৰাটোত নগলে কিজানি একেবাৰেই যোৱা নহলহেতেন।

১৯৩৪ চনত এটা অৰাজনৈতিক আৰু স্বেচ্ছা সেৱা কৰা প্ৰতিস্থান হিছাবে বৃটিছ কাউন্সিল গঠন হয়। আৰু ১৯৪০ চনত ইয়াক ৰাজ ঘৰৰ পৰা চনদ-পত্ৰ প্ৰদান কৰা হয়। ইয়াৰ মূল কাম হল গ্ৰেট বৃটেনৰ বিষয়ে অন্যান্য দেশৰ মানুহক সম্যক জ্ঞান দিয়া আৰু বিভিন্ন খবৰ খবৰাহ অবগত কৰোৱা আৰু প্ৰচাৰ কৰা। এনেদৰে যাতে আন আন দেশৰ লগত ইয়াৰ এটা সাংস্কৃতিক সম্বন্ধ গঢ়ি উঠে। সাহিত্য, বিজ্ঞান আৰু কলাৰ প্ৰসাৰত বৃটেন আৰু পৃথিবীৰ আন দেশৰ সহযোগ গঢ়ি তোলাত বৃটিছ কাউঞ্চিলৰ বৰঙণি যথেষ্ট।

কাউন্সিলৰ কাম কাজ চলাবলৈ এখন প্ৰধান কমিটি আছে। নানা ৰকমৰ বিষয়ত এই কমিটিক পৰামৰ্শ দিবলৈ কিছুমান পৰামৰ্শ দিয়া কমিটি আছে। এই কমিটি বিলাকৰ কিছুমান হ'ল—বিজ্ঞান, চিকিৎসা, কৃষি, কিতাপ আৰু প্ৰকাশন,



ইংৰাজী শিক্ষা, চাৰু-কলা। এই কমিটি বিলাকৰ সভ্যসকলে তেওঁলোকক বহুমূলীয়া পৰামৰ্শ বিলাক দিয়ে অবৈতনিকভাবে। এওঁলোকৰ প্ৰত্যেকজনেই নিজৰ নিজৰ বিষয়ত স্বনামধন্য। বিশ্ববিদ্যালয় বিলাক আৰু ৰোটাৰী ক্লাবৰ পৰাও এই অনুস্থানক যথেষ্ট সহায় কৰা হয়।

বৃটিছ কাউন্সিলৰ ধনৰ ভঁৰাল চহকী হয় বিশেষকৈ বৃটিছ পাৰ্লিয়ামেণ্টৰ বিত্তীয় সাহাযোৰে। তাৰ উপৰি ফিজ, দান আদিৰ পৰাও যথেষ্ট পইচা আহে।

যদিও এই কাউন্সিলৰ উদ্দেশ্য গোটেই পৃথিবীতে একে তথাপিও দেশ ভেদে ইয়াৰ কামবো ভেদাভেদ হয়। নানা দেশৰ পৰা নানা পণ্ডিত, শিক্ষক, ছাত্ৰ আদিক অনা হয় আৰু বহুতো তেনে ধৰণৰ লোকক সেই দেশ বিলাকলৈ ইয়াৰ পৰা পঠিওৱা হয়। কাউন্সিলৰ কাম বিলাকৰ ভিতৰত সকলোতকৈ প্ৰাধান্য দিয়া কাম দুটা হ'ল—অন্য দেশত বৃটিছ কিতাপৰ যোগান ধৰি পাঠাগাৰ পাতি চলোৱা আৰু ইংৰাজী শিক্ষাৰ প্ৰচাৰ। প্ৰায় প্ৰত্যেক বিদেশী ঠাইতেই য'ত বৃটিছ কাউন্সিলৰ কেন্দ্ৰ আছে তাত আছে লাইব্ৰেৰী, পঢ়া কোঠালী আৰু বক্তৃতা দিয়া হল।

গ্ৰেট বৃটেনলৈ অহা ভ্ৰমণকাৰী সকলৰ সুবিধাৰ অৰ্থে ইংলণ্ড, স্কটলেণ্ড, ৱেলচ্ আৰু নৰ্দাৰ্ণ আয়াৰ্লেণ্ডৰ সকলো ঠাইতে বৃটিছ কাউন্সিলৰ কেন্দ্ৰ আছে। এই কেন্দ্ৰ বিলাকত ছাত্ৰ আৰু গণ্য-মান্য অতিথি সকলক অভ্যৰ্থনা কৰা হয়।

যিবিলাক ঠাইত সম্ভৱপৰ, তাত এই সকলক পঢ়াৰ, খেলা-ধূলাৰ আৰু সেই সেই অঞ্চলৰ সামাজিক আ-অনুস্থানত যোগ দিয়াৰ সুযোগ সুবিধা কৰি দিয়া হয়। বৃটেনৰ প্ৰায় সকলো বিশ্ববিদ্যালয় থকা ঠাইতে এই কেন্দ্ৰ পতা হৈছে। কিছুমান কেন্দ্ৰত সভ্য আৰু অভ্যাগত সকলৰ সুবিধাৰ কাৰণে ৰেষ্টুৰেণ্ট আদিৰো ব্যৱস্থা কৰা হৈছে।

কাউন্সিলৰ লণ্ডনত থকা সদৰ কাৰ্য্যালয়ৰ পৰা সকলো বৃত্তি সম্পৰ্কীয় ব্যৱস্থাবিলাক সম্পন্ন কৰা হয়। সম্মিলিত জাতিসঙ্ঘৰ বৃত্তিবিলাকো এই কাউন্সিলৰ জৰিয়তে বিতৰণ কৰা হয়। যিবিলাক কাৰবাৰীয়ে নিজৰ খৰচত আহে বা বৃত্তি আদি লৈ আহে তেওঁলোকক দেখা শুনা কৰাও বৃটিছ কাউন্সিলৰ আন এটা কাম। কলম্বো প্লেনত বৃটেনলৈ অহা প্ৰায় সকলো লোকৰেই দায়িত্ব এই অনুস্থানে লয়।

কমনৱেলথ্ বিশ্ববিদ্যালয় সাল সলনি ব্যৱস্থাৰ জৰিয়তে অহা শিক্ষাৰ্থী আৰু গৱেষণাকাৰীসকলৰ শিক্ষা আৰু থকাৰ ব্যৱস্থা আদি এই কাউন্সিলেই কৰি দিয়ে।

ভাৰতবৰ্ষত বৃটিছ কাউন্সিলৰ কেন্দ্ৰ খুলিবৰ কাৰণে ১৯৪৫ চনত সাম্ভাব্যতাৰ বিষয়ে চিন্তা কৰা হয়। ১৯৪৭ চনত ভাৰত গৱৰ্ণমেণ্টৰ পৰা বৃটিছ কাউন্সিলে নিমন্ত্ৰণ পায়। এই চনতেই ভাৰতে স্বাধীনতা লাভ কৰে আৰু চাৰ জন চাৰ্জেণ্ট চি, আই, ই ; ডি, লিটে বৃটিছ কাউন্সিলৰ লণ্ডনৰ কাৰ্য্যালয়ত যোগদান কৰে। এসময়ত এওঁ ভাৰত গৱৰ্ণমেণ্টৰ শিক্ষা



বিষয়ক পৰামৰ্শদাতা আছিল। এতিয়া এওঁৱেই এই উপমহাদেশত কাউন্সিলৰ সংস্থাপন আৰু সম্বৰ্ধনৰ দায়িত্ব ললে।

১৯৪৮ চনত সৰ্বপ্ৰথমে দিল্লীত বৃটিছ কাউন্সিলৰ কেন্দ্ৰ এটা উদ্বোধন কৰা হয়। বৰ্ত্তমানে বোম্বে, কলিকতা আৰু মাদ্ৰাজত তিনিটা কেন্দ্ৰ খোলা হৈছে। নিউফিল্ড ফাউণ্ডেচনৰ খৰচত এলাহবাদত খোলা শিক্ষকক শিক্ষা দিয়া কেন্দ্ৰৰ দায়িত্ব বহন কৰা প্ৰফেচাৰজনৰ ব্যৱস্থাও বৃটিছ কাউন্সিলে কৰি দিছে। বৃটিছ কাউন্সিলৰ ভাৰতবৰ্ষত মূল কামৰ ভাগ হ'ল দুটা। তাৰে এটা হ'ল ভাৰত আৰু বৃটেনৰ মাজত মানুহ সালসলনি কৰা আৰু আনটো হ'ল কাউন্সিলৰ ভাৰতত থকা বিষয়া সকলৰ দ্বাৰা ইয়াত কৰা কামবোৰ। সাধাৰণতে বছৰি ছটাকৈ ভাৰতীয় ল'ৰাক বৃত্তি দিয়া হয়। এই বৃত্তিৰ টকাৰে এওঁলোকৰ বিলাতলৈ অহা যোৱা, তাত এবছৰ থকা-মিলাৰ সকলো খৰচ জুৰি যায়।

কিছুমান থিয়েটাৰ কোম্পানী বৃটিছ কাউন্সিলৰ জৰিয়তে বছৰি ভাৰতলৈ আহে। এওঁলোকে ভাৰতৰ বিভিন্ন ঠাইত অভিনয় কৰি দেখুৱায়।

ইয়াৰ উপৰিও কাউন্সিলে ভাৰতত কেইবাটাও ডাঙৰ ডাঙৰ প্ৰদৰ্শনী পাতিছে। এই প্ৰদৰ্শনীত দেখুৱাইছে বিশ্ব-বিদ্যালয়ৰ পাঠ্য পুথি, টাইপোগ্ৰাফি, টাউন প্লেনিং, বৃটিছ পেইন্টিং।

---

আৰু দুদিন গ'ল। ছোৱালীৰ কোনো শুং-সূত্ৰপোৱা নাই। অৱশ্যে চেষ্টাও কৰা নাই। কিন্তু মনত হলে কথাটো ঘূৰ-ঘূৰাই আছে।

আজি এপাল ল'ৰা আহিছে মোৰ ইয়ালৈ। ফ্লাচ খেলিব। যদিও মই নেখেলো, সিহঁতে কিন্তু মোৰ কমটোতেই খেলি ভাল পায়। কিয়নো ইয়াত দিগ্ দিবলৈ কোনো নাই। অন্য মানুহেও গম নাপায়। (জুৱা খেলাটো বিলাততো দোষ। পুলিচে গম পালে আৰু যাবা কলৈ? দুৱাৰ নুখুলিলেতো নহব। গুৰিয়াই গুৰিয়াই হলেও ভাঙিব)। লাভৰ ভিতৰত মোৰ টোপনি নহয়। মাজে মাজে আকৌ সিহঁতক চাহ কৰি দিব লাগে। বেয়াকৈ কবও নোৱাৰোঁ। কিন্তু মোৰ এই দুৰ্ব্বলতাৰ সুযোগ লোৱাতো জানো সিহঁতৰ পক্ষে ভাল হৈছে?

খেলা বহিল। আগে পিচে যেনেকৈ বহে তেনেকৈয়েই বহিল। মই কিতাপ এখন লৈ বিছনাত দীঘল দি ললোঁ। কিন্তু বেচি সময় পঢ়িব নোৱাৰিলোঁ। টেবিলত পইচা



বিলাক জন্ জনাই উঠে। শব্দ শুনিলেই চকু কিতাপৰ লাইনৰ পৰা টেবিলত পৰে। মাজে মাজে লোভো লাগে। কিন্তু মই জুৱা খেলি ধনী হোৱাত বিশ্বাস নকৰো। এই কথাটো কলে বেচি ভাগ জুৱাৰীয়েই কয়—“আমিতো ধন ঘটিবলৈ নেখেলোঁ। খেলিলে সময়টো বেচ ভাল দৰে কাটি যায়।” মই হলে বুজি নাপাওঁ। যদি সময় কটাবৰেই আৱশ্যক, তেনেহলে ঘণ্টাৰ পিচত ঘণ্টাকৈ কটাবৰ দৰ্কাৰ কি? মোৰ কোঠাতেই কেতিয়াবা খেলা হৈছে একেৰাহে চল্লিশ ঘণ্টা ধৰি। ইয়াক সময় কটোৱা বুলি কয় নেকি? তাৰ উপৰি ল'ৰা কিটা হল ছাত্ৰ, উৰাইছে বাপেকৰ পইচা। বাপেকে এই পইচা কিমান কষ্ট কৰি ঘটিছে সেই বিষয়ে ইহঁতৰ চিন্তা অকণো নাই। মই জনাত ৰয় ভাতৃ ত্ৰয়ৰ বাপেক অৱসৰ পোৱা ব্ৰহ্ম দেশৰ ৰেলৱেৰ ইঞ্জিনিয়াৰ, এজনৰ বাপেক অৱসৰ প্ৰাপ্ত সৰু বিষয়া আৰু আন জনৰ বাপেকে মৎস্য বিক্ৰী কৰে। এই মীনধৰে এদিন মোক নিজেই কৈছিল—“আমি চিদিউল কাষ্ট জানানে?” বেচাৰাৰ কাৰণে সিদিনা মোৰ বৰ বেয়া লাগিছিল। এটা শিক্ষিত ল'ৰা। তোৰ এইবোৰ কৈ ফুৰাৰ আৱশ্যকতাটোৱেইনো কি? আৰু দুৰ্বলতাটোৱেই বা কিহৰ? যি নহওক মাছত লাভ আছে।

বহুত চেষ্টা কৰিলোঁ। টোপনি কিন্তু নাহে। একে টকাৰ জন্জননি তাৰ উপৰি কোঠাটো চিগাৰেটৰ ধোঁৱাৰে ভৰ্ত্তি।

সৰু কোঠালীটোত ইমান সোপা মানুহ, তাতে ইলেক্‌ট্ৰিক হিটাৰটো জ্বলাই থৈছে। গৰমত মই ঘামি জুৰুলা হৈ গৈছো। খিৰিকিখন খুলিবও নিদিয়ে সিহঁতে। সিহঁতৰ হেনো জাৰ লাগে। মোৰ ঘৰত ময়েই আলহী হ'লো। আলহী হলেও ভাল। গৃহস্থই তেৰোঁ অলপ খাটিব কবে। মোৰ অৱস্থা আৰু বেয়া।

মণিয়ে কলে—"তইনো নেখেল কিয়? তোক কোনে বিছনাত চট্‌ফটাই থাকিবলৈ কৈছে।"

"দে, খেলো দে। পাত দে।"

কেইমিনিটমানৰ ভিতৰতেই ডেৰ পাউণ্ড মান হাৰিলোঁ। হাৰি মেলি শুই থাকিলোঁ। তেতিয়া প্ৰায় এটা বাজোঁ বাজোঁ।

টোপনি অলপ চিল্‌মিলকৈ আহিছিল হে। সাৰ পালোঁ আকৌ। এইবাৰ উঠি বাহিৰলৈ গ'লো। অলপ মুকলি বতাহ গাত লগাত কিছু ভাল লাগিল। বাথৰূমত সোমাই মুখ-হাত ধুলোঁ। মূৰতো অলপ পানী দিলোঁ। উভতি আহি ৰূমটোত সোমাওঁতেই ওভেনত সোমোৱা যেন লাগিল।—গা জ্বলি যায়। "আকৌ খেলো দে।"

খেলিলোঁ আকৌ। এই কোবত আঢ়ৈ পাউণ্ড গ'ল। মোৰ নগ'ল, দেউতাৰ গ'ল। বৰ দুখ লাগিল মনত। দেউতাই জীৱন আৰম্ভ কৰিছিল মাষ্টৰ হৈ। কলেজৰ নহয়, হাইস্কুলৰো নহয়—পাঠশালাৰ। অধ্যৱসায় আৰু কঠোৰ পৰিশ্ৰমৰ গুণত,জীৱনৰ শেষ কালত নাম, যশ, সম্পত্তি যথেষ্ট আৰ্জিলে।



মোকেইতো বিলাতলৈ পঠিয়ালে। আৰু আজি দেউতাই তেজক পানী কৰি আৰ্জা ধন চাৰে তিনিপাউণ্ডেৰে ভূত পুহিলো। শুই থাকিলোঁ আকৌ। লগৰীয়াহঁতে বৰ দুখ কৰিলে আৰু ক'লে "আৰু অলপ সময় খেলি তোৰ পইচা খিনি উঠাই শুই থাক।"

"নালাগে দে। ইমানে আঁটিছে। পইচা ঘূৰাই নাপালেও শিক্ষা পালোঁ।"

পইচাৰ কথা বাৰু বাদেই দিলোঁ।

সময় কটোৱা?

হয়, সময় নিশ্চয় কাটিল কিছু।

কিন্তু ভাল জানো লাগিল?

কাণ, মূৰ গৰম।

অনবৰত চিন্তা, কেনেকৈ কাৰ পৰা পইচা কিছুমান মাৰো। এই সময়খিনিত মনটো এনে বেয়া হৈ যায় যে এক অনাৰ কাৰণে মানুহ এজন খুণ কৰি দিব পাৰি। জুৱাত মানুহ খতম্ কৰা জানো শুনা নাই? ঘৈণীয়েকক বন্ধক দিয়া জানো শুনা নাই? মহাভাৰতৰ যুগৰ কথা নকৰেঁই বাৰু। জহৰলালৰ যুগতো এনেকুৱা ঘটনা দিনৌ ঘটি আছে।

ৰাতি পুৱালত কিছু সময়ৰ কাৰণে খেলৰ বিৰতি হল। সকলোৱে হাত-মুখ ধুই চাহ পানী খাই ললে। এজন বজাৰ কৰিবলৈ গল। খাই বই হেনো আকৌ বহিব।

ৰবিবাৰ আজি। বাহিৰত ধুনীয়া ৰ'দ ওলাইছে। ৰ'দ-

কাঁচলিত বহি কিতাপ এখন পঢ়ি আছোঁ। মাজু ৰয় আহি মোৰ কাষতে বহিল। কিছুসময় কিবা পেলপেলাই আছিল। উপাই নাপাই কিতাপখন চিৰিটোতে থৈ বৰ জোৰকৈ হাঁহি এটা মাৰি তেওঁৰ পিনে চালোঁ। আকৌ লেবলেবাবলৈ আৰম্ভ কৰিলে—

"এটা গল্প আছে"

"কি" ?

"এদিন এজন মানুহ আমেৰিকাৰ গৰু পোহা মানুহ এজনৰ তাত অতিথি থাকিল। তেওঁৰ অৱস্থা বৰ ভাল যেন নেদেখি অতিথিয়ে শুধিলে—"এই এনেকুৱা আয় নোহোৱা কাৰবাৰটো কৰি তুমি চলিছা কেনেকৈ ?" গৃহস্থই কলে—"এই যে দুৱাৰমুখত মানুহজন দেখিছা সি মোৰ সকলো কাম কৰে। তাৰ দৰমহা সদায় বাকী। এদিনাখন সি ধাৰত পাৰি মোৰ সকলো সম্পত্তি লৈ যাব। তেতিয়া মই মোৰ সম্পত্তি ঘূৰাই নাপাওঁ মানে তাৰ হৈ কাম কৰিম। ব্যৱসায়টো তাৰ হাতলৈ গলে কাম কৰাৰ কাৰণে সি মোক পইচা দিব নোৱাৰিব। তেতিয়া ধাৰত পাৰি ব্যৱসায়টো আকৌ মোৰ তালৈ আহিব।"

"গল্পটোৰ সঙ্গতি ক'ত ?"

"সঙ্গতি আছে।"

"কেনেকৈ ?"

"আমি তিনি ভায়ে প্ৰায়েই জুৱা খেলোঁ। মই যেতিয়া এক ভাইৰ লগত হাৰো তেতিয়া তাৰ পৰা ধাৰ লওঁ আৰু



ঘৰৰ পৰা পইচা নাহে মানে তাৰ পইচাৰেই খাওঁ। খেলত হাৰ যেনেদৰে আছে জিতো তেনেদৰে আছে। মইওতো জিকো এদিন তাৰপৰা। তেতিয়া সি মোৰ পৰা খায়। এনেদৰেই চলে আমাৰ। কিন্তু আজিৰ কথা বেলেগ। আমি দুই ভাইৰ মাজত ষাঠি পাউণ্ড হাৰিলো। দাদাই হাৰাও নাই জিকাও নাই। গতিকে এই মাহত আমাৰ লঘোন। বুজি পালানে এতিয়া, গৰু পোহা আমেৰিকানৰ ব্যৱসায়ৰ লগত আমাৰ ঘটনাৰ মিলটো ?"

"বুজি অৱশ্যে পালোঁ। কিন্তু এটা কথা বুজি নাপালোঁ যে তোমালোকে ষাঠি পাউণ্ড পৰ্য্যন্ত হাৰিব পৰা অৱস্থা এটালৈ যোৱা কেনেকৈ ?"

"কেনেকৈ যাওঁ সেইটো অৱশ্যে নাজানো। আৰু তোমাক বুজাবও নোৱাৰো যেহেতুকে তুমি নেখেলা।"

"বাৰু, এতিয়া গোটেই ৰাতি খেলিলা। অলপ পিচৰ পৰা আকৌ খেলিবা। এই সময়খিনি বাৰু চিন্তাটো এৰাচোন।"

কথাটো এনেদৰে নুঘূৰালে আন একো উপায় নাই। নহলে সি কৈয়েই থাকিব। কাৰণ যি কোনো ঘটনা এটা পাচ মিনিটতো কৈ শেষ কৰিব পাৰি আৰু আৰব্যোপান্যাসৰ নিচিনা এহেজাৰ এক ৰাতিতো শেষ কৰিব পাৰি। গোটেইটো নিৰ্ভৰ কৰিছে কোৱা জনে কিমান দীঘলীয়াকৈ কব পাৰে আৰু শুনা জনৰ কিমান সময় আৰু ধৈৰ্য্য আছে। মোৰ হলে নাই, বিশেষকৈ জুৱাৰীৰ দুখৰ কাহিনী শুনিবলৈ।

"বেলেগ কথা কোৱা।"

"কিনো কম? বাৰু সেই ছোৱালীজনীৰ কি হল? লগ পালা জানো সিদিনা?"

"নাই ন'হল। মই বাছৰ পৰা নামি চাওঁ যে ছোৱালী নাই। এতিয়া এই ত্ৰিশ লাখ মানুহৰ মাজৰপৰা এই নাম, গোত্ৰ নজনা ছোৱালীজনী উলিয়াওঁ কেনেকৈ?"

"মই তেতিয়াই নকৈছিলোঁ? এবাৰ ফচ্‌কিলে পোৱা টান।"

"হয়তোন, ফচ্‌কিলে পোৱা টান। ইয়াৰ মাজতে মোৰ ফচ্‌কিলে কথাটো শুনি আন এটা কথা মনত পৰিছে ৰ'বা। কি হ'ল জানা? এজন উত্তৰ প্ৰদেশৰ মানুহে নতুনকৈ অসমীয়া শিকিছে। তেওঁৰ গৃহ শিক্ষকে তেওঁক স্বাস্থ্যৰ বিষয়ে ৰচনা এখন লিখিবলৈ দিলে। মানুহজনৰ সকৰে পৰা উৰ্দ্দু কোৱা অভ্যাস। গতিকে অসমীয়াৰ লগতে উৰ্দ্দুও মিহলি হৈ যায়। তেওঁ লিখিলে—"স্বাস্থ্য এটা বৰ জব্বৰ জিনিচ্। মেহনত্ নকৰিলে ইয়াক আটকাই ৰখা বৰ মস্কিল। ইয়াক আটকাবলৈ হলে ৰাতিপুৱাই উঠি কেনে ছুটা ছুটাকৈ মুৰ্গীৰ আণ্ডা বম্‌কাব লাগিব।"

এই চেগতে দুয়ো এবাৰ হাঁহি ল'লো। কিন্তু তাক কথাটো হলে পাহৰাব নোৱাৰিলোঁ।

"আচ্ছা, তোমাৰ বাহাদুৰী কলৈ গ'ল?"

এইবাৰ সঁচাকৈয়ে কথাটো মোৰ মনৰ কোনোবাখিনিত



লাগিল। ঠিক মগজৰ কোনখিনিত লাগিল নাজানো—চেৰিব্ৰেল হেমিস্ফেয়াৰতো হব পাৰে আৰু মেডুলা অবলঙ্গতাতো হব পাৰে। কিন্তু লাগিল হলে হয়। পদাৰ্থবিদ্যা বা জৈৱিক বিদ্যাৰ ফালৰ পৰা ক'ত লাগিল নাজানো। কিন্তু মনস্তত্ব বিদ্যাৰ ফালৰ পৰা ভেমত লাগিল। ভেমটোৱে বৰ আঘাত পালে। কলো—"ৰয়, চাবা মই এইক বিচাৰি উলিয়াইহে এৰিম?"

ওলালো ঘৰৰপৰা। বাটে বাটে ভাবি গৈছো কি কৰা যায়। পোনেই বুটিছ কাউন্সিলৰ অফিচ পালোঁ। অফিচৰ অধ্যক্ষা বুঢ়ীক লগ পাই কলো যে সিদিনা আমি ষ্ট্ৰেটফোৰ্ডলৈ যোৱা দলটোৰ নামৰ লিষ্টিখন মোক লাগে। বুঢ়ীয়ে চকু পোন্দোৱাই সুধিলে "কেলেই"?

এশ কাউৰী মৰি এটা হেনো শিয়াল ওপজে, এশ শিয়াল মৰি এটা উকীল হয়। আৰু এনেকুৱা এশ উকীল মৰি মই নিজে ওপজা বুলি মোৰ নিজৰেই বিশ্বাস। এনে অৱস্থাত যদিও আগেয়ে ভবা নাছিলো তথাপিও বুদ্ধি এটানো নোলাবনে? মূৰটো নখজুৱাকৈয়ে বুঢ়ীক কৈ দিলো—"সিদিনাৰ দলটো আমাৰ বৰ ভাল লাগিল। এতিয়া এই দলটোকে লৈ আমি বনভোজ এটা পাতিব খুজিছো। পিচে সকলোৰে নাম আৰু ঠিকনা মই নাজানো। এতিয়া ঠিকনা নাজানিলে মানুহবিলাকক খবৰ দিওঁ কেনেকৈ। সেই কাৰণেইহে ফৰ্দ্দিখন খুজিছো। অৱশ্যে এই বনভোজত আপোনালোককো যোগ দিবলৈ অনুৰোধ কৰা হব।"

কথাখিনিত বুঢ়ী সন্তুষ্ট হ'ল। আৰু প্ৰায় ভালপোৱা যেনেই পালোঁ, কাৰণ বুঢ়ীৰ চকু দুটা পিৰিক পাৰাক কৰিবলৈ ধৰিলে। মোৰ চকুলৈ কিছুসময় একনিৰ্দ্দিষ্ট ভাবে চাই থাকি, পিচত চকু নমাই আনি ফাইল ঘোকটিবলৈ ধৰিলে। কত ৰকমৰ ফাইলেই যে নোলাল! বক্স-ফাইল, ক্লেট-ফাইল, ক্লিপ্-ফাইল, কোভাৰ ফাইল আৰু কত কি।

বুঢ়ীক ঠগোৱা বৰ একো টান কাম নাছিল। বুঢ়ীৰ লিষ্টিত দেখিলো ছোৱালী কেইজনীৰ কাৰোবাৰ কাৰোবাৰ নামৰ আগত মিচ্ আৰু কাৰো কাৰো মিচেচ্। এতিয়া সেই ছোৱালীজনী বা কি। দেখাততো গোটেই কেইজনীকেই মিচ্ যেন দেখি। এতিয়া মানুহ কিজনীৰ নাম কিটাহে পালো। কিন্তু ঠিকনা নাই। এতিয়া ঠিকনা নহলে মানুহ বিচাৰি উলিওৱা সম্ভৱ নহব। পিচে ঠিকনা পাওঁ ক'ত?

বিদেশী সকলো মানুহে বিলাত পায়েই পুলিচ অফিচত হাজিৰ হব লাগে। সেই ঠাইত যদি কিছুদিন থাকে তেনেহলে প্ৰতি মাহে একোবাৰ দেখাদি আহিব লাগে। সেই ঠাই এৰি যদি তেওঁ আন এখন ঠাইলৈ যায় তেনেহলে যাবৰ সময়ত থানাত খবৰদি যাব লাগিব আৰু নতুন ঠাই পোৱাৰ লগে লাগে তাৰ থানাত নাম ভৰ্ত্তি কৰিব লাগিব। নকৰি ধৰা পৰিলে আইন মতে দণ্ডনীয় হব আৰু তেওঁক বৃটেনৰ পৰা বহিস্কাৰ কৰা হব। অৱশ্যে কমনৱেল্থৰ মানুহৰ কাৰণে এই নিয়ম নাখাটে।



গতিকে বিলাতত থকা কমনৱেল্থৰ মানুহৰ বাহিৰে আন যি কোনো মানুহৰ সন্ধান পুলিচ অফিচত পোৱা সহজ। কিন্তু যিমান সহজ বুলি ভাবিছিলো সিমান সহজ নহয়। পুলিচে চকু টেলেকাই শুধিলে কিয় লাগে, মই কোন ইত্যাদি এশ এটা প্ৰশ্ন। আৰু অৱশেষত কলে যে হেড কনষ্টেবলৰ অনুমতি নোহোৱাকৈ তেওঁ একো কৰিব নোৱাৰে (তেনেহলে মোক এই প্ৰশ্নবিলাক শুধি থকা সকৰা কৰিলি কেলেই আৰু মোৰ সময়বিলাক নিলিয়েই বা কিয়?) ময়ো চকুপকাই ওলাই আহিলো। অৱশ্যে পুলিচ জনে থিয় হৈ মোক সন্মান দেখুওৱাৰ আহিৰে কৰমৰ্দন কৰি বিদায় দিলে। মানুহটো গহীন কিন্তু তাৰ চকু দুটাই তাক ঠগীলে। দুয়োটা চকুৰ পৰায়েই এটা দুষ্টালি আৰু অসভ্যালী মিহলি হাঁহি ওলাল—ডাঙৰ কটা ঘাৰ ওপৰৰ বেণ্ডেজৰ মাজেৰে নিৰিঙি ওলোৱা তেজৰ নিচিনাকৈ। বোধহয় মানুহজনৰ পূৰ্বপুৰুষৰ ক'ৰবাত কেনা লাগিছে—পূৰা বৃটিছ নহয়। দেখোতেও বগা চুলিৰে মানুহটোক চুইডিচ্ চুইডিচ্ যেন লাগে।

হেড কনষ্টেবলক লগ পাই কথাটো কোৱা জানো সহজ। বিলাতৰ হেডকনষ্টেবলবিলাক ভাৰতৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্টতকৈ সৰু অফিচাৰ নহয়। লগ যেনিবা পালোৱেই, আকৌ সেই একে প্ৰশ্নৰ সন্মুখিন হব লাগিব।

চাৰ ৰস্কোৰ ল'ৰা, ৰোলচ্ ৰইচ গাড়ী লৈ ক্লাচলৈ আহে।

নিয়মীয়া গড়ৰ ৰঙা চুলিৰে ল'ৰাটো—মাইকেল ৰস্কো আমাৰ লগতে পঢ়ে। ৰস্কোই নিশ্চয় হেডকনষ্টেবলক চিনি পায়। এই চহৰৰ ডাঙৰ মানুহৰ লৰা হিছাবে তাৰ খাটিৰ থকাটো সম্ভৱ। তাক সোধোতে কলে যে এই সামান্য কামটোৰ কাৰণে ইমান মাথা ঘমোৱাৰ একো দৰকাৰ নাই। হেড কনষ্টেবল হেনো ইছাবেলৰ বাপেক। ইয়াৰ পিচত আৰু বেছি ঘূৰা ঘূৰি কৰিব লগা নহল। ইছাবেলেই গোটেই কেইটা নামৰ কাষে কাষে ঠিকনাবিলাক লিখি আনি দিলে। পুলিচৰ বিষয়া হলে কি হব? মাক নোহোৱা ইছাবেল তেওঁৰ একমাত্ৰ ছোৱালী।

নিজেই নিজকে বেচ বাহাদুৰী দিলো। বিলাতৰ পুলিচৰ পৃথিবী জোৰা নাম। এই পুলিচৰ পৰা কথা উলিওৱা একেবাৰে মামুলী কথা নহয়। পুলিচ হলেও মানুহতো! চাকৰী কৰিছে .বুলি সামান্য কথা এটাৰ কাৰণে ঘৰত অশান্তি মাতি আনিব নোৱাৰে। অৱশ্যে এই কাৰণে ইছাবেলকো ফাকি দিব লগীয়া হৈছিল। —পৃথিবীতনো কিমান ছোৱালী আছে যেয়ে আন ছোৱালীৰ লগত যি কোনো ল'ৰাৰ সম্পৰ্ক গঢ়ি উঠা ভাল পায়? প্ৰত্যেক ছোৱালীয়েই ঈৰ্ষাপৰায়ণা। ছোৱালীৰ সূত্ৰ কি? যি জন্তুটোৰ পেটত ঈৰ্ষা নামৰ পেলুবোৰে গিজ্‌গিজাই থাকে সেয়েই ছোৱালী। কিন্তু এই ছোৱালীবিলাকৰ পেটত ঈৰ্ষা নাথাকিলে এই বিনন্দীয়া ধৰা জানো থাকিল হেতেন? সুখৰ সংসাৰবিলাক



কাউৰীৰ বাঁহ হ'লহেঁতেন। মোৰ ঘৈণী ঈৰ্ষা পৰায়ণা কৰণেইহে মই ৰেবা, ৰুমা, আভা, বিভা, হেমা, ৰীতা, পিঠা, ছাতা, লেঠা, ৰেথা কাৰো পিনে চকু দিব নোৱাৰেঁা। যদি চকু দিব পাৰিলোহেঁতেন তেনেহলে সঘনাই তেওঁলোকৰ শুভাগমন হ'লহেঁতেন মোৰ ঘৰলৈ।

—ফলত?

অৱশ্যে মোৰ ঘৈণীক এৰি তাৰে এজনী চপাই লোৱাত হয়তো (পৃথিৱীখন তেনেকুৱা হোৱা হলে) মোৰ আপত্তি নহলহঁতেন। পিচে ল'ৰা-ছোৱালী কেইটা?

লিষ্ট অৱশ্যে পালেঁা। লিষ্টৰ বাওঁ হাতে ছোৱালীবোৰৰ নাম। সোঁহাতে ঠিকনাবোৰ। পিচে এওঁবিলাকৰ ভিতৰত কোনজনী? মনত সান্ত্বনা এয়ে যে এওঁলোকৰ ভিতৰত এজনী হলে হয়। ভাবি গুণি থাকোঁতে কেইদিন মান গ'ল। ইয়াৰ ভিতৰতে বহুতকেই লগ পাইছোঁ। নানা ৰকমৰ কথা হৈছে। এজনে কথাৰ লাচতে কলে যে সেই ছোৱালীজনী মুৰটাউনৰ ফালে থাকে। লিষ্ট মিলাই চাওঁ যে হয়, এজনী ছোৱালী মুৰটাউনৰ ফালৰ। বৰ মস্ত নামেৰে ছোৱালীজনী—

কেথৰিনা লুচিফেৰা গঞ্জালেজ ডি গৰবিনা।
১১ মুৰলেণ্ড ড্ৰাইভ,
মুৰ টাউন।

গৰমে গৰমে চিঠি এখন লিখি দিলো—

মৰমৰ মিচ্ গঞ্জালেজ,

বোধহয় মোৰ এই আচহুৱা চিঠিখন পাই আচৰিত হবা। মোৰ অৱশ্যে চিঠি লিখিবলৈ একোৱেই নাই। তোমাক দেখিছোঁ, মোকো দেখিছা কিন্তু কথা হলে হোৱা নাই, যদিও কথা পাতিবৰ এটা অদম্য স্পৃহা আছিল।

মইনো কিদৰে তোমাৰ নাম ঠিকনা সংগ্ৰহ কৰিলোঁ। কেৱল এই বিষয়ে জানিবৰ কাৰণে হলেও তুমি মোক লগ পাবা। মোৰ বিশ্বাস, মই নাম ধাম উলিওৱা বুদ্ধিটো নিশ্চয়, নিশ্চয় অভিনব। এইটো জানিবলৈ তোমাৰ কৌতুহল নহয় নে?

ইতি—

..................

সিদিনাৰ পৰায়েই চিঠিৰ প্ৰতীক্ষাত আছোঁ। আজি ভাবো কালি ৰাতি পুৱাই পাম। কালি ভাবো পৰহি পুৱাই পাম। এনেদৰে বহুতো কালি গ'ল। কিন্তু কোনো কালিয়েই আজি নহল। ভাবো—বোধহয় নহবও। বোধহয় ভুলেই কৰিলোঁ। ছোৱালী এজনীৰোতো মান সন্মান জ্ঞান আছে। নিচিনা-নজনা মানুহ এজনে এনেদৰে চিঠিৰে মাতিলেনো কেলেই লগ পাব? পিচে কব নোৱাৰি।—যদি পায়! এনেদৰে গ'ল বহুদিন।

ঘুদিনমানৰ পিচতেই যাম উইজবেকলৈ। তাত কাৰখানা এটাত কাম কৰিম ছসপ্তাহ। সময় কাটিব আৰু পইচাও পাম। লগ পাম অজস্ৰ ল'ৰা-ছোৱালীক, সিহঁতৰ কৃত্ৰিম



পৰিবেশৰ মাজত নহয়; মুকলিমূৰীয়া ল'ৰা-ছোৱালী হিচাবে। সিহঁতৰ ভিতৰৰ প্ৰকৃত মানুহ বিলাক দেখা পাম—men and women in the raw. কেঁচা মঙহৰ, কেঁচা মনৰ মানুহবিলাক।

পামৰ চিঠি পাইছো আজি। মনটো তাইৰ হেনো বৰ বেয়া লাগি আছে। মই বোলে উইজবেকলৈ যোৱাৰ আগেয়ে এবাৰ তাইক যেনে তেনে লগ পাব লাগে। নগলেহে পাৰিছোঁ। চেফিল্ডলৈকে এই সোপা বাট বিনা পইচাই যাব পাৰি জানো? তাৰ উপৰি চিনেমা চোৱা খৰচ। চিনেমা নাচালেও খাবতো লাগিব। নাই, ইমান পইচা যোগাব নোৱাৰিম। অৱশ্যে নিয়ম—ল'ৰাই ছোৱালীৰ সকলো খৰচ বহন কৰে। তই চাকৰী কৰা ছোৱালী। এদিনলৈ হলেও, দিয় নিদিয়; দিওঁ বুলি কবতো পাৰ। অ', মোৰ সন্মান হানি হয় বুলি নকৰ? কিন্তু ইমান দিনৰ চিনা পৰিচয়ৰ পিচত এই মৌখিক ভদ্ৰতাৰ মানে কি হয়?—পৰৰ ওপৰত খোৱাৰ আনন্দটো ছোৱালী-বিলাকৰ একচেটিয়া। এদিন খোৱাতনো আপত্তিটো কি যদি গোটেই জীৱনটোৱেই খাব লাগিল পৰৰ ওপৰত। অৱশ্যে এই পৰ জনৰ নাম ভিন্ ভিন্ সময়ত ভিন্ ভিন্ হয়গৈ, যেনে—পিতৃ, স্বামী, পুত্ৰ, বন্ধু, প্ৰণয়াকাঙ্ক্ষী চগা, গ্ৰাহক।

পামেলাৰ মই বন্ধু, প্ৰণয়াকাঙ্ক্ষী ও।—আজিও। তাইক মোৰ অদেয় একো নাছিল। আজিও নাই, যদি খৰচবিলাক তাই কৰে। যদি খৰচ সঁচাকৈয়ে তাই কৰে তেনেহলে অলপ ক্ষুণ্ণ হম নিজৰ অসামৰ্থ্যতাক ভাবি। পিচে উপায়ো নাই।

গতিকে এতিয়া তাইক লগ ধৰা নহব। উইজবেকৰ পৰা ঘূৰি আহি দেখা যাব। তেতিয়া স্বোপার্জিত ধন খৰচ কৰিবলৈ বেয়া নালাগিব কিজানি।

টালি-টোপোলা লাহে লাহে বান্ধিব ধৰিছোঁ। কিয়নো উইজবেকৰ পৰা ঘূৰি আহি ইয়াত নাথাকো। এইবাৰ লণ্ডন-বাসী হ'ম। এতিয়াই টোপোলা বান্ধি কাৰোবাৰ তাত থৈ নগলে ঘূৰি আহি গোটেই কেই সপ্তাহৰ ভাৰা ভৰিব লাগিব। ঘৰৰ গিৰিহঁতৰ তাত থৈ যাম, তাৰো উপায় নাই। তেওঁলোকৰ নিজৰ বস্তু থবৰেই ঠাই নাই। খালী কোঠা কেইটা ভাৰাই দিছে। গতিকে বুজি শুনি মিঃ স্পাইভিক আৰু কথাটো কবলৈ নহ'ল। নিজগুণে তেওঁৰ দোষ মৰিষণ কৰা হ'ল।

আজিয়েই আবেলি যাত্ৰা কৰা কথা উইজবেক অভিমুখে। ৰাতি পুৱাইছেহে এথোন। মণি ধম্‌ধমাই নামি গল তললৈ কাঠৰ চিৰিটো ভাঙি আৰু গপ্‌গপাই উঠি আহিল ওপৰলৈ। লৈ আহিল এবোজা চিঠি, কিছুমান তাৰ কিছুমান মোৰ। আহিয়েই আৰম্ভ কৰিলে—"এই যে চিঠিখন, আমাৰ মীৰাই দিছে। মীৰা কোন জানা?" এইবুলি শুধিয়েই সি ট্ৰাঙ্ক খোলাত লাগি গ'ল। বহুত ৰকমৰ কাগজ-পত্ৰ ইফালে সিফালে গুছাই অৱশেষত হালধীয়া উৰঁলি যোৱা খাম এটা উলিয়ালে। সেইটো জোকাৰি দিওঁতে নানা ৰকমৰ সৰু ডাঙৰ ফটোৰে বিছনাখন লেতেৰা হৈ উঠিল। তাৰে মাজৰ পৰা বিতচকু পিন্ধা ছোৱালী এজনীৰ ফটো এখন সি উলিয়ালে। কলে



"এয়েই মীৰা। এই যে ল'ৰাটোৰ কথা মই কৈছিলো! প্ৰশান্ত নাম। ডাণ্ডিত পঢ়িছিল, জুট টেক্নোলজি। আজি কালি বজ্‌বজত কাম কৰে। কোম্পানীয়ে ধুনীয়া বাংলো এটা দিছে। গাৰীও কোম্পানীৰেই। তাক দেখিয়েইতো মই বিলা-তলৈ আহিছিলো। কিন্তু জুট টেক্নোলজি পঢ়া নহল। পিচত টি টেষ্টিং পঢ়িব খুজিছিলো। নানা কাৰণত সিও নহ'ল। অৱশেষত লাগিলো আহি ইয়াত। মই বিলাতলৈ আহোঁতে এই মীৰা আৰু জেঠা জেঠীয়ে জানো মোক কম উদগনি দিছিল! অৱশ্যে মীৰাৰ বাপেকক যদিও মই জেঠা বুলি মাতো, তেওঁ কিন্তু নিজৰ জেঠা নহয়। সম্বন্ধীয়ও নহয়। তেওঁলোক বামুণ। কিন্তু মোৰ নিজৰ জেঠাৰ নিচিনা। প্ৰায়ে তেওঁলোকৰ তালৈ যাওঁ, তাতে খাওঁ, একেলগে ফুৰো, চিনেমা চাবলৈ যাওঁ। তেওঁলোকৰ গাড়ী এখন আছিল— হিলমেন, ১৯৪৭ মডেলৰ। অৱশ্যে গাড়ীখন সিমান ভাল নহলেও চলিছিল থিকেই। মাজতে তেওঁলোকৰ ড্ৰাইভাৰটোৰ কিবা বেমাৰ এটা হ'ল। সেই সময়ত মই প্ৰায় তেওঁলোকৰ ড্ৰাইভাৰেই হৈ গৈছিলো। জেঠা ডাক্তৰ মানুহ, ইয়াত তাত বেমাৰী দুই এটা থাকেই। তাৰ উপৰি গধূলি ফুৰিবলৈ যোৱাতো আছেই। আমাৰতো নিজৰ গাড়ী নাই। তেওঁ-লোকৰ গাড়ীখন চলাবলৈকেই মই ড্ৰাইভিং লাইচেঞ্চ লৈছিলো। পিচে কলিকতাত আজি কালি ড্ৰাইভিং লাইচেঞ্চ এনেয়ে লব নোৱাৰি। গাড়ী প্ৰশিক্ষণ স্কুলত শিক্ষা নললে নহয়।

মোৰ লাইচেঞ্চ প্ৰাইভেট নহয়, প্ৰফেচলেন। গতিকে মাষ্টৰৰ যথেষ্ট গালি খাব লগীয়াত পৰিছিলো। কাৰৰ প্ৰফেচলেন লাইচেঞ্চ টেক্সি ড্ৰাইভাৰ বিলাকেহে লয়। মোকো তেনে পৰ্য্যায়ৰ মানুহ বুলিয়েই লৈছিল। বাৰু সিবিলাক যিয়েই নহওক, এই জেঠাৰেই ছোৱালী মীৰা। তায়েই একমাত্ৰ ছোৱালী আৰু প্ৰশান্ত একমাত্ৰ ল'ৰা। মীৰা মোৰ ভনীৰ নিচিনা। সৰুৰেপৰা লগ পাইছো। কি ভীষণ বুদ্ধিমতী ছোৱালী। যোৱা বছৰ লৰেটোৰপৰা পাছ কৰিছে। এতিয়া আই, এচ, চি পঢ়ে অঙ্ক, ৰসায়ণ আৰু পদাৰ্থ, বিদ্যা লৈ। উঃ, কি তাইৰ ব্যৱহাৰ, কি কথা, কি ৰূপ, কেনে সুমধুৰ মাত! "তুমি কলিকতালৈ আহিলে নিশ্চয় যাব লাগিব তেওঁ-লোকৰ তালৈ। হয়তোময়েই লৈ যাম এদিন। কিন্তু যাব হলে লাগিব তুমি।"

কথা বন্ধ আৰু নহয় গতিকে মই ঘপৰাই কাণত ধৰি কলো "মই এই কাণত ধৰি কৈছো সত্যে সত্যে তিনি সত্যে মই কলিকতালৈ গলে তোমাৰ মীৰাক নিশ্চয় দেখা কৰিম আৰু সম্ভৱ হলে ফাৰপোত খুৱাম, লাইট হাউচত চিনেমা দেখুৱাম আৰু প্ৰিঞ্চেচত নাচিম। হ'লতো? তুমি যদি মোক অনুমতি দিয়া আৰু মোৰ চিঠি কেইখন মোৰ হাতত দিয়া তেনেহলে মোৰ অলপ চাবৰ স্পৃহা হৈছে, অৱশ্যে যদি বেয়া নোপোৱা।" সি মোৰ হাতত চিঠিকিখন দি মুখখন ওন্দোলাই হুৰ্‌মূৰ্‌ কৈ ওলাই গ'ল কোঠাটোৰপৰা।



চিঠি এখন দেউতাৰ, বাকী তিনিখন নাজানো। দেউতাৰ খন খুলি পঢ়িলো। বিশেষ খবৰ একো নাই। উপদেশ কিছুমান আছে—"ৰাতিপুৱাই উঠি গায়ত্ৰী জপ কৰিবি, ৰাতি সোওঁতে সৎ চিন্তা কৰি শুবি, কছৰৎ কৰিবি আৰু ভালদৰে খাবি।" পঢ়া-শুনাৰ কথা একোৱেই নাই। অৱশ্যে সৰুৰে পৰা দেউতাই মোৰ পঢ়া-শুনাত যথেষ্ট নজৰ দিছিল। কিন্তু মেট্ৰিক পাছ কৰাৰ পিচৰেপৰা এদিনো এই বিষয়ে কোৱা নাই। কেৱল এটা কথা কৈছিল। সেই কথাটোৰ কাৰণেই পঢ়িছিলো। দেউতাৰ চিঠি সিমানেই। অ', আৰু এটা অইন কথা আছিল—"মোৰ গা বৰ ভাল নহয়। তই তাত বেচি দিন থাকিব নালাগে। যিমান সোনকালে পাৰ আহিবি। মোৰ শেষ কালত তোক ওচৰত পাব খোজো। দৰকাৰ হলে পিচত আকৌ যাব পাৰিবি।" দেউতাৰ এইবিলাক ভয়। কিয়নো দ্বিতীয়খন চিঠি খুলি দেখিলো সেইখন মোৰ ভাই এটাই লিখা। তাত লিখিছে—দেউতা হেনো যোৰহাটলৈ গৈছিল। আহি পাই অলপ অসুখ হৈছিল। কেইদিনমান পিচতেই কোচবিহাৰলৈ যাব। এইবিলাক কথা দেউতাই মোলৈ একেবাৰে লিখা নাই। দেউতাৰ অসুখ হোৱাতো হয়, কিন্তু তেওঁ যদি লগতে যোৰহাটলৈ যোৱা বুলি লিখে তেনেহলে অসুখৰ গুৰুত্বতো কমি যায়। গতিকে লিখা নাই। নোযোৱা বুলি কৈছে জানো? তাকোতো কোৱা নাই।— অশ্বত্থামা হত, কিন্তু ইতি গজ।

তৃতীয় চিঠি দীনেশৰ। আছিলো বেচ কিছুদিন একেলগে। ঢৌ উঠা চুলিৰে কবি কবি ভাৱৰ ল'ৰাটো। প্ৰেমিক মানুহ কিন্তু কাৰ্য্যক্ষেত্ৰত নোৱাৰে গতিকে কবিতা লিখে। দুই এটা দেখিছিলোও। এটা বেচ মনত আছে, কিবা জবা টবা শব্দ আছিল। মই সিমান কবিতা চৰিতাৰ ( সবিতা ? ) ধাৰ নাধাৰো। সেই কাৰণে জবা শব্দটো যে মোৰ মনত আছে সেয়ে যথেষ্ট। সেই দীনেশৰ বিয়া কোনোবা আবতিৰ লগত। তেওঁলোকৰ যুগল মুৰ্ত্তি হয়তো দেখা নাপাম। যেতিয়া হয়তো দেখা পাম তেতিয়া দেখিম তেওঁলোক চাইকেল গুছি ৰিক্সা হৈ বহি আছে।

চতুৰ্থ চিঠি খোলাৰ আগেয়ে ওপৰখন চাই ললো। টিকট বিলাতৰেই। মোহৰটো ভালদৰে মনিব নোৱাৰিলো। অদ্ভুত ৰঙৰ খামটো, আকাৰটো সুবৃহৎ নহলেও বৃহৎ। খুলিলো। ওপৰৰ সম্বোধনটো বৰ ভদ্ৰ ভদ্ৰ ৰকমৰ। তাৰিখ কালিৰ। তলৰ চহী-টোৰ বানানটো হল কেথৰিণা। প্ৰায় পাহৰিছিলোৱেই কথাটো। তাই লিখিছে যে অহা কালি মোক কুইঞ্চ হোটেলৰ আগত আবেলি চাৰি বজাত লগ পালে বৰ বং পাব। চিঠিৰ উত্তৰ দিয়াত ইমান দিন পলম হোৱা বাবে অকণো দুখ প্ৰকাশ কৰা নাই। যেন মোৰ চিঠিখন যোৱা পৰহিহে পাইছে।

তপৰাই লিখি দিলো—"মই আজি চহৰ এৰিম। প্ৰায় ছসপ্তাহৰ মূৰত আকৌ ঘূৰি আহি পাম। ঘূৰি আহি পালে জনাম আৰু সেই সময়ত লগ পাব পাৰিলে নিজকে ধন্য মানিম। তেতিয়ালৈকে পুলকেৰে বাট চাই ৰলোঁ।"

আবেলি যোৱাৰ আগতে কৰিবলগীয়া কাম এটা আছে। আমি উইজবেকত যি কেম্পত থাকিম তাৰপৰা আমাৰ কাৰখানা চাৰি মাইল। এইখিনি বাট ৰাতিপুৱাই বাটকুৰি বাই দহ ঘণ্টা কাম কৰাটো মুখৰ কথা নহব। চাইকেল এখন কিনি লগত লৈ যাব লাগিব। ওলাই গলো চাইকেলৰ সন্ধানত। বিচাৰি বিচাৰি পালো মিলিটাৰী চাইকেল কেইখনমান। বোধহয় এলুমিনিয়ামেৰে তৈয়াৰী। মাজতে ভাজ লগাবপৰা পেৰাক্ৰপাৰ চাইকেল। যুদ্ধৰ সময়ত বিমানেৰে ওপৰৰপৰা এনেকুৱা চাইকেলে সৈতে সৈন্যক শত্ৰুৰ ৰাজ্যত পেলাই দিছিল। পাতল আৰু ভাজ কৰিব পৰা হোৱা কাৰণে এই চাইকেল বিমানেৰে কঢ়িয়াবলৈ সুবিধা হৈছিল। এনেকুৱাকেই এখন ল'লো তিনি পাউণ্ডত। লগতে আৰু কেই চিলিং মান গ'ল আগৰ পিচৰ দুটা লাইট কিনোতে। চাইকেল লৈ পোনেই গলো চেন্‌ট্ৰেল ষ্টেচনলৈ। এতিয়াই বুক কৰি নথলে মালে বস্তুৰে সৈতে অসুবিধা হব।

গতানুগতিক ভাবে গাড়ীত উঠিলো। আমি তিনিজনে গল্প মাৰি থাকোঁতে থাকোঁতে কেতিয়াবা গৈ পিটাৰবৰো পালো। ইয়াতে আমাৰ গাড়ী বদলি কৰিবৰ পালা। গাড়ী বদলি কৰি দেখিলোঁ যে আমাৰ চাইকেল বিলাক আহি গাৰীত নুঠিল। লৰালৰিকৈ নামি গৈ চাইকেল নিজে নিজেই লৈ আহিলোঁ। অনাওতো সহজ কথা নহয়। ইখন প্লেটফৰ্মৰ পৰা সিখন প্লেটফৰ্মলৈ অহা-যোৱা কৰা বাটটো মাটিৰ তলেৰে। গাঁতত সোমোৱা ওলোৱা ছুয়ো ফালেই চিৰি। এই খটখটিৰে চাইকেল নমোৱা উঠোৱা উজু কাম নহয়। ইফালে সময়ো হাতত তাকৰ। কোনোমতে ব্ৰেকভেনত চাইকেল তুলি দি ঘামি জামি জুকলি জুপুৰী হৈ ডবা এটাত উঠি পৰিলোঁ। সঁচাকৈয়ে বৰ ভাগৰ লাগিছিল তেতিয়া।

উইজবেক পাবলৈ বৰ বেচি সময় নালাগিল। ষ্টেচন পাই নামি গৈ গাৰ্ডৰ ওচৰলৈ চাইকেল আনিবলৈ গলোঁ। গাৰ্ডে সুধিলে "এই ষ্টেচন হয় জানো?" নিশ্চয় হয়। পিচতহে ভুলটো বুজি পালো। ইয়াত ষ্টেচন ছুটা—উইজবেক ৱেষ্ট আৰু উইজবেক ইষ্ট। আমি সিটোতহে নামিব লাগিছিল। কেম্পলৈ ওচৰ হ'লহেঁতেন। ষ্টেচনৰপৰা নামি ওলাই আহিলো। জনপ্ৰাণী শূন্য চহৰ যেন লাগিল। চহৰ অৱশ্যে নহয়, এখন ডাঙৰ গাওঁ। ইয়াৰপৰা কেনি যাওঁ তাৰ একো উৱা দিহ পোৱা নাই। এনেতে কৰবাৰ পৰা ট্ৰাক এখন আহিল এবোজা ল'ৰা-ছোৱালী লৈ। ট্ৰাকখন ৰোৱাৰ লগে লগে গোটেই



পালেই খিচিৰ মিচিৰকৈ উঠিল। কোনে কি কৈছে বুজা টান। নানা ৰকমৰ ভাষাতেই কথা চলিছে—ইংৰাজী, ইটালীয়ান, স্পেনীচ, জাৰ্মান, গ্ৰীক, আলবেনীয়ান। ট্ৰাকখন আমি যাব খোজা কেম্পলৈয়েই যাব। আমাকো লৈ যাওঁ বুলি কোৱাত টপৰাই উঠিলো। জাৰ্মান ল'ৰা এটাই তাৰ ভাষাতে মোক কিবা কলে। মই অসমীয়াতেই উত্তৰ দিলো। এনেদৰে বহু ভাষা-ভাষীয়ে কথা কলে নানা ভাষাত। সকলোকেই উত্তৰ দিলো অসমীয়াত। ইংৰাজী কোৱা কিজনক অৱশ্যে ইংৰাজী কবই লাগিব। আমি ইংৰাজী কোৱা শুনি ছুই এক জাৰ্মান ফ্ৰেন্স ল'ৰা-ছোৱালীয়ে ভঙা ভঙা ইংৰাজীৰে ছুই এক কথা কলে। ইহঁতৰ বেচি ভাগেই ইংৰাজী নাজানে। নানা ৰকমৰ হাঁহি খিকিন্দালি কৰি কেম্প পালোগৈ। কেম্প পাওঁ মানেই এইখিনি সময়ৰ ভিতৰতেই উদো আৰু ভল্টাৰ নামে ছুটা জাৰ্মান ল'ৰাৰ লগত বেচ বন্ধুত্ব গঢ়ি উঠিল। স্কুলত পঢ়া ল'ৰা এই ছুটা। সোতৰ ওঠৰ বছৰ হব। কিন্তু উদো বোলাটো দেখোঁতে সৰু। মৰম লগা মুখখনেৰে সৈতে তাক ১৩।১৪ বছৰীয়া ল'ৰা যেন দেখি। কিন্তু মহা বজ্জাত ল'ৰা সি। কোনো ছোৱালীয়েই তাৰ আগেৰে পাৰ হৈ যাব নোৱাৰে। সি জোকাবই জোকাব, লাগে তাৰ মাকৰ বয়সৰেই হওক।

এই কেম্পটো এসময়ত মিলিটাৰী কেম্প আছিল। এতিয়া কোম্পানী এটাই হলিদে কেম্প হিচাবে চলাইছে। এই

অঞ্চলটো কৃষি প্ৰধান অঞ্চল। গোটেই ইংলণ্ডৰ ভিতৰত এই খিনি ঠায়েই সমতল। ইংৰাজ মানুহেও কয়—"খোলাচাপৰিয়া পিঠাৰ নিচিনা চেপেটা" আপেল, ষ্ট্ৰ বেৰী, ৰেছ্‌প বেৰী, ব্লেক বেৰী, বিন, মটৰ, পিচ্‌, প্লাম, এপ্ৰিকট, নাচপতি আৰু আলুৰ কাৰণে এই ঠাই ডোখৰ বিখ্যাত। এই ফল-মূলবিলাক ৰান্ধি টেমাত ভৰোৱা হয়। এই কাৰণে ইয়াত বহুতো কোম্পানীৰ কাৰখানা আছে। গৰমৰ বন্ধত নানা ঠাইৰপৰা স্কুল, কলেজ, বিশ্ববিদ্যালয়ৰ ল'ৰা-ছোৱালী ইয়ালৈ আহে। এই কাৰখানা-বিলাকত কাম কৰি পোৱা পইচাৰে স্ফূৰ্ত্তি কৰি কেইদিনমান এই কেম্পত থাকে। কেম্পটোত মুঠতে পোন্ধৰটামান ডাঙৰ ডাঙৰ বেৰেক আছে। প্ৰত্যেকটোতে ত্ৰিশ পয়ত্ৰিশজনমানকৈ মানুহ ধৰে। ইয়াৰে এফালে কেইটামান ঘৰত ছোৱালী আৰু বাকী বোৰত ল'ৰা বিলাক থাকে। ৰান্ধনি ঘৰ এটা, খোৱা ঘৰ তিনিটা, নাচ ঘৰ এটা, বাৰ এখন। খেলাৰ সা-সঁজুলি কিছু আছে। পথাৰত খেলাৰ কাৰণে ফুটবল, টেনিচ। ঘৰৰ ভিতৰত আছে কেৰম, পিংপং, বিলিয়াৰ্ড, শ্লচ। সৰু-সুৰা দুই এপদ বস্তুৰ কাৰণে অকণমান দোকান এখনো আছে। কেম্পটোৰ বিশেষত্বৰ ভিতৰত দেখিলো, মেনেজাৰ মিঃ লেমনৰ বাহিৰে ইয়াত স্থায়ী চাকৰীয়াল কোনো নাই। ৰান্ধনি তিনিজনৰ পৰা আৰম্ভ কৰি দোকানী ছোৱালীজনী পৰ্য্যন্ত সকলোৱেই ফুৰিবলৈ অহা মানুহ। দুই চাৰিদিন ইয়াত কামো কৰিছে, স্ফূৰ্ত্তিও কৰিছে। বন্ধ উপভোগ কৰাৰ সুবিধা বিলাতত



সকলোৱেই পায়। ভাৰতৰ নিচিনা ইয়াত আজি চৰকপূজা কালি জগদ্ধাত্ৰীপূজা, পৰহিলৈ বাসন্তীপূজা এইবিলাক নাই। গতিকে বছৰত এবাৰ সকলোৱেই পোন্ধৰ দিনৰ কাৰণে দৰ-মহাৰে সৈতে ছুটি পায়। এই কেইদিন প্ৰায় সকলো মানু-হেই ওলাই যায়। যাবৰ কাৰণে আগতিয়াকৈ দৰমহা পায়েই। ঘূৰি আহি আকৌ কাম কৰিলেই হ'ল। ইয়াৰ বনুৱাবিলাকে দৰমহা প্ৰতি সপ্তাহে পায়। সেই কাৰণে এওঁলোকৰ আকালো নাই ভঁৰালো নাই। যি পায় গোটেই খায়। বেমাৰ হলেও চিন্তা নাই। সকলো খৰচ চৰকাৰৰ। কেৱল ঔষধ কিনোতে প্ৰতিখন প্ৰেচক্ৰিপ্‌চনৰ কাৰণে ছয় পেনীকৈ দিব লাগে। পিচে আজি কালি অলপ বাঢ়িল। প্ৰতিটো ঔষধৰ কাৰণে এক চিলিংকৈ দিব লাগে। বেমাৰ বেচি টান হলে হচ্‌পিটেল। হচ্‌পিটেলৰ খৰচো গৱৰ্ণমেণ্টৰ। এই কাৰণে পইচা সাচাৰ কোনো প্ৰশ্ন নুঠে। প্ৰত্যেকেই গৰমৰ দিনত কেইদিনমানৰ কাৰণে হলেও অলপ ঘূৰি আহিব পাৰে।

আমি কেম্প পাওঁতে আমাক ঘৰ এটা দেখুৱাই দিলে। গৈ দেখো যে ঘৰটো বৰ জেকা। তাত নিগ্ৰো ল'ৰা কেইটামান আছে। আমি আপত্তি কৰিলত আন এটা ঘৰ দিলে। তাত আমি তিনিজন ভাৰতীয়ৰ বাহিৰে বাকী সকলো ইংৰাজ। কিন্তু ইয়াত ছাত্ৰৰ সংখ্যা কম। বেচিভাগেই বনুৱা ল'ৰা। কিন্তু বনুৱা হলেও ল'ৰা কেইটা ভাল যেন লাগিল। আহি পাইছোহে মাত্ৰ। ঠাই ডোখৰৰ তলা-নলা সিমান পোৱা

লাজৰ মাত্ৰাটো অলপ বেচি যেন দেখি বুঢ়াই আমাৰ পিনে মুখ দিলে আৰু হাঁহি মাৰি আমাক দুই এটা কথা কলে। গা নুধুলেও নহয়। উপয়ান্তৰ নাপাই আমিও কাপোৰ খুলিলো। তাৰ পিচত যিবিলাকক সোমোৱা দেখিলো তেওঁলোকে ঘৰটোত সোমোৱাৰ আগেয়েই কাপোৰৰ কিছু অংশ খুলি আহিছে। সোমায়েই কাপোৰ গজালত আঢ়ি কলৰ তলত ঠিয় হৈছে। কাৰো কেওঁৰপিনে ভ্ৰুক্ষেপ নাই। স্কুলত পঢ়োৱা আমাৰ মাষ্টৰ এজনে কৈছিল—

"এসেছে লেংটা গিয়েছে লেংটা মাঝখানে আবাৰ কেন এত গণ্ডগোল।"

কাপোৰ লজ্জা নিবাৰণৰ কাৰণে। লাজৰ মাপ কাঠি কি? আৰু লাজেই বা কি? বিয়া কৰোৱাৰ নিচিনা লাজৰ কথা জানো আৰু কিবা আছে? তাকোতো কৰায় মানুহে। ইফালে এটা সামান্য নাঙঠ হৈ গা ধোৱাৰ কথা। চিঃ, কিহৰ লগত কি বিজাইছো!

ভদ্ৰলোকৰ-সাজ পাৰ পিন্ধি ওলাই আহিলো বেৰাকৰ পৰা। বাহীৰত গৰমো নহয়, ঠাণ্ডাও নহয়। পাতলা, উনী চুট এজোৰ পিন্ধি ভাল লাগে। বাটটোতে লগ পালো মুখ চিনাকি দুই একক। দেখিলো সকলো মানুহে এফালে ঢাল লৈছে—বাৰৰ পিনে। আমিও সোমাই পৰিলো। ভিতৰত বহিবৰ ঠাই নাই। আনকি বাৰখনৰ পিনে যাবলৈ বিৰদি বাট পাবলৈও উপায় নাই। বাৰ পাই দেখো তেতিয়া



গা-ধোওঁতে লগ পোৱা বুঢ়া, কাউণ্টাৰত আউজি বিয়াৰ খাই আছে। বুঢ়াই আমাক যাঁচিলে। মুখত দি কিবা একৰকম লাগিল। অঁকটা তিতা। আমাৰ পিনে চলতি হল টেটলীৰ বিয়াৰ, ইয়াত ৱাৰ্থিংটন। হঠাৎ ল'ৰা-ছোৱালী জাকে জাকে ওলাবলৈ ধৰিলে।

মনটো বিয়াৰেৰে ধুই নিকা কৰি সকলোৱে নাচ ঘৰৰ পিনে পোনাইছে। তাতো সেই একে অৱস্থা। সৰু ঘৰটোত মানুহ অজস্ৰ, বাজনাৰ শব্দ কাণ তাল মাৰি যোৱা, বতাহত চিগাৰেটৰ ধোৱাঁ। ছোৱালী এজনীক সুধিলো— "নাচিবা নেকি?"

"মই নাচিব নাজানো।"

খণ্ডতে সুধিলো—"তেনেহলে ইয়াতনো কি কৰিছা?"

"এনেয়ে চাইছো।"

"চাই জানো ভাল লাগে?"

"কেতিয়াবা লাগে।"

"আজি জানো লাগিছে?"

"নাই লগা।"

"মোৰো লগা নাই। বাহিৰলৈ যাবানে? অলপ ফুৰিম মুকলি বতাহত।"

"বলা।"

ওলাই আহিলো দুয়ো, একেবাৰে কেম্পৰ পৰা বাহিৰ হৈ। বন্ধোৱা ৰাজ আলিয়েদি খোজকাঢ়ি আহিছো।

তায়েই প্ৰথমে কলে—

"আজিয়েই আহি পাইছো মই। গধূলি। ভাবিছিলো থাকিম ইয়াত কেইদিনমান। পিচে নাই, ভাল লগা নাই। যেনে বুলি ভাবিছিলো ঠিক তেনে নহয় ঠাইখন। কাইলৈ দিনটো আৰু ৰাতিটো আছো। পৰহি পুৱাই যামগৈ।"

"কেনে বুলি ভাবিছিলানো ঠাইখন ?"

"কেনে বুলি ভাবিছিলো নাজানো। কিন্তু এনেকুৱা বুলি নিশ্চয় ভবা নাছিলো।"

"তুমি ক'ৰপৰা আহিছা ?"

"লণ্ডন। লণ্ডন বিশ্ববিদ্যালয়ত পঢ়ো। নৃতত্ত্বৰ ছাত্ৰী মই।"

"সেই বুলি আন্দাজ কৰিছিলোৱেই মই।"

"কেনেকৈ ?"

"তুমি ইমান ক্ষীণ যে তোমাৰ হাড়কিডাল গোটেই গণিব পাৰি। তুমি নিজেই এটা নৃ-তত্ত্বৰ সামগ্ৰী।"

"মোক তুমি ঠাট্টা কৰিছা।"

"কেতিয়াও কৰা নাই। তুমি তোমাৰ গোটেই শৰীৰটো আইনাৰ আগত কেতিয়াবা দেখিছানে ? অৱশ্যে নিশ্চয় দেখিছা। কিন্তু নিজকে তেনেদৰে ভাবি চাইছা নে ? বোধ হয় চোৱা নাই।—চাবা।"

"তুমি জানানে যে আজি তুমি মোক যি ধৰণে কথা কৈছা, এনে ধৰণে মোক পেংলাই কৰি কোনেও কোনো দিন কোনো কথা কোৱা নাই।"

"বেয়া পাইছা ?"



"নাই নাই, বেয়া কেতিয়াও পোৱা নাই। আচৰিতহে হৈছো।"

দুই এটোপাল বৰষুণ পৰিয়েই আছিল। এতিয়া জিপ্-জিপাই পৰিবলৈ আৰম্ভ কৰিলে। ঘূৰিলো তাৰপৰা।

তাই আকৌ আৰম্ভ কৰিলে —"বুজিছা, নৃতত্ব পঢ়িছিলো; মানুহক জানিবলৈ মোৰ বৰ হেপাহ আছিল। মানুহটো যে এটা কি আচৰিত বস্তু! মই কেতিয়াবা মানুহৰ কথা ভাবিয়েই হেৰাই যাওঁ। এই পৃথিবীখনত কিমান দেশ আৰু এই দেশে দেশে কিমান ধৰণৰ মানুহ! কিন্তু সকলোৱেই মানুহ। এই মানুহবিলাকৰ আচৰণ, থকাৰ ধৰণ, মনৰ গঠন ঠাই ভেদে কিমান বেলেগ! তোমাৰ ভাৰতখন কেনেকুৱা ?"

"মেপত চালে ডাৰ্বিৰ ঘোঁৰাটোৰ নিচিনা নহলেও ইউনি-কৰ্ণটোৰ নিচিনা ?"

"ধেৎ, বৰ বদ্‌মাচ তুমি। মইতো সেইতো সোধা নাই।"

"তেনেহলেনো কি ঘোঁৰাৰ ডিমটো সুধিছা ?"

"মানে, ভাৰতত কেনেকুৱা মানুহ থাকে, তেওঁবিলাকে খায় কি, সামাজিক উৎসৱ বিলাক কেনেকুৱা ইত্যাদি।"

"তুমি যেনেকৈ ইত্যাদি বুলি তোমাৰ বাক্যটো সামৰি থৈছা, তেনেদৰে ময়ো কিবা এক আষাৰকৈ ইত্যাদি বুলি উত্তৰ শেষ কৰিব লাগিব। কাৰণ এইটো এটা অবান্তৰ প্ৰশ্ন।"

"কেলেই ?"

"ভাৰতত ১৪৭ টা ভাষা, দোৱান নহয়; পূৰা ভাষা।

আজি এই মুহূৰ্ত্তত যদি তুমি ভাৰতৰ এটা অংশলৈ যোৱা তাত তুমি এতিয়া পিন্ধি থকা কাপোৰেৰে তোমাৰ জাৰ নপলাব। আন এটা অংশলৈ যোৱা, তাত হয়তো দেখিবা যে থাৰ্মোমিটাৰে দেখুৱাইছে ১১৩° ফাঃ। গা জ্বলি মৰি যাবা। উইণ্ডাৰমিয়াৰ লেকৰ নিচিনা ধুনীয়া লেক পাবা, আন হাতে চাহাৰাৰ নিচিনা মৰুভূমিৰো অভাৱ নাই। একে ভাৰতীয় মানুহক দেখি ককেচীয় বুলিও ভুল কৰিব পাৰা আৰু নিগ্ৰো বুলিও ভাবিব পাৰা। মোৰ নিজৰ দেশৰেই কিছুমান ঠাইত মোৰ নিজৰেই ইমান বিদেশী বিদেশী যেন লাগে! সেই তুলনাত সময়ত ইউৰোপতো মোৰ তেনেকুৱা লগা নাই। ধৰা আজি এতিয়া তোমাকতো মোৰ অলপো বিদেশী যেন লগা নাই। দিল্লী বা মাদ্ৰাজত ছোৱালী এজনী লগ পোৱা হলে মই এনেদৰে ইংৰাজীতেই কথা পাতিলোহেতেন। হয়তো মাদ্ৰাজত এজনী এনেকুৱা ছোৱালী লগ পালোহেতেন, তাই হয়তো ইংৰাজীও নুবুজে। তেতিয়া হাতৰ মুদ্ৰা আৰু চকুৰ ঠাৰেৰে কথা হোৱাৰ বাহিৰে আন একো উপায় নাই। নিজৰ দেশত ইয়াতকৈ আৰু বেচি বিদেশী জানো হব পাৰি?"

"কেলেই? আমি কোনো ভাৰতীয়ৰ মুখত এনে কথা শুনা নাই।"

"মই এতিয়া ৰাজনীতিৰ কথা কোৱা নাই। নৃ-তত্ত্বৰ ছাত্ৰীৰ আগতহে বক্তৃতা দিছো।"

"মই যদি নৃ-তত্ত্বৰ ছাত্ৰী নহওঁ।"



"তেনেহলে মই কথা ঘূৰাম।"

"তুমি নৃ-তত্ত্বৰ নে ৰাজনীতিৰ?"

"এবিধো নহওঁ। লোহা-লক্কৰৰ লগতহে সম্পৰ্ক মোৰ। অলপ অচৰপ কলাৰ লগতো।"

"যদিও মোৰ শৰীৰটোত একো নাই যেন দেখিছা, শক্তি হলে আছে। সেই কাৰণে সকৰে পৰা মোৰ স্পৃহা এটা আছে—আফ্ৰিকাৰ হোটেনটট, বুচমেনৰ লগত ঘূৰি ফুৰিবলৈ; মালয়াৰ জঙ্গলত হেৰাই যাবলৈ (মোৰ সম্বন্ধীয় ভাই বিল মালয়াৰ জঙ্গলত বিদ্ৰোহী বিলাকৰ লগত যুঁজ কৰি নিহত হোৱাৰ পিচৰে পৰা অলপ ভয় লাগে), ব্যাঙ্কৰ সোণালী পেগোডাত শুই থাকিবলৈ (আন্না এণ্ড দি কিং অব্ চিয়াম পঢ়াৰ পিচত সিমান উৎসাহ পোৱা নাই), জাপানী কিমোনো পিন্ধি কিটোত হাৰা খাবলৈ (জাপানত তোলা আমেৰীকান চিনেমাবোৰ দেখাৰ পিচৰ পৰা সিমান নহয়), হাৱাইত হুলা নাচিবলৈ (বুঢ়া ইহুদী বিলাকৰপৰা আঁতৰত থাকি)। ভাৰতলৈ যাবলৈও মোৰ ভীষণ ইচ্ছা। কিন্তু কিয় নাজানো। আজি তুমি কোৱাৰেপৰা ইচ্ছাটো আৰু প্ৰৱল হৈছে। কিন্তু তাজমহল, লালকিল্লা চাবলৈ মই নাজাওঁ। যাম হলে। কিন্তু কিয় যাম নাজানো। মই এইটো নিবিচাৰো যে তোমাৰ নিচিনা কোনো মানুহে মোক দেখুৱাই ঘূৰাই ফুৰক। তোমাৰ চকুৰে মই নাচাওঁ। সঁচা কথা কবলৈ গলে ব্যক্তিত্বক মই ভয় কৰো।"

"ভুল কৰিছা। মোৰ ইমান ব্যক্তিত্ব নাই। যিয়েই নহওঁক, ধন্যবাদ।"

"নহলেনো তুমি আজি মোক ঠাট্টা কৰি সাৰি যাব পাৰানে?"

"তুমি তাৰমানে সেইটো মনত ৰাখি আছা। ক্ষমা কৰিবা।"

"ওঁ। মনত ৰাখিছো, কিন্তু বেয়া ভাবত নহয়। এতিয়াও আচৰিত হৈয়েই আছো। হঠাৎ লগ পোৱা গাভৰু এজনীক (মই দেখাত সিমান বেয়া নহয়। ধুনীয়া বুলিয়েই কব নোৱাৰি জানো?) এনেদৰে কবলৈ যথেষ্ট সাহসৰ দৰকাৰ। সেই কাৰণেহে মনত ৰাখিছো।" দীঘলীয়াকৈ উশাহ এটা লৈ তাই আকৌ কলে—"মই মনত ৰাখিলোৱেইবা, তোমাৰ নো কি হল? সেইটোতো তুমি বন্ধ কৰিব নোৱাৰা। মোক বেয়াকৈ কবলৈ তোমাক অধিকাৰ দিওঁ নিদিওঁ, তুমিতো জোৰকৈ সেই অধিকাৰ লৈছাই। এতিয়া মই যদি তাত বেয়া পাওঁ তাকো তুমি পাব নিদিবা! ইমানখিনি অধিকাৰ মই তোমাক দিব নোৱাৰো। বহুত বেচি বিচাৰিছা। কথাটো কেনেকুৱা হল জানা?—ধৰা তুমি মোৰপৰা বস্তু এটা বাকীকৈ কিনিছা। কিনি কৈছা যে বেয়া নাপাবা। এইটো তোমাৰ অনধিকাৰ চৰ্চ্চা। মই বাকী দিছো যে সিয়েই যথেষ্ট। বাকী দি বেয়া পাম তাকো তুমি পাব নিদিবা! ই কেনে কথা?"

"ধন্য ছোৱালী, তোমাৰ উৰ্ব্বৰ মস্তিষ্কক প্ৰণাম।"

"মোক অকলে প্ৰণাম কৰিলে নহব। গোটেই জাতিটোক



কৰা। নৃ-তত্বই কি কয় জানা—গড়পৰতা হিচাবে পুৰুষ জাতিৰ মগজ ষোল্ল আউন্স আৰু তিৰোতাৰ ওঠৰ।"

"মানো ময়ো। কিন্তু সেই বেচি দুই আউন্স তিৰোতাই খটুৱায় মানুহক ফাকি দিয়াত। কোনো তিৰোতাৰ সজাত নাই।"

"তুমি উঠাই লব লাগিব এই কথা।"

"কিয়?"

"ইয়াৰ কোনো ভিত্তি নাই।"

"ধৰা, আজি তোমাৰ লগত মোৰ এটা অসামাজিক সম্পৰ্ক গঢ়ি উঠিল। এনেদৰে তোমাৰ বিয়াৰ আগে আগে এনেকুৱা আৰু দহটা সম্পৰ্ক হ'ল। তোমাৰ গিৰিয়েৰাৰ আগত কবা নে?"

"মই কম। অৱশ্যে শতকৰা নিৰান্নব্বৈ জনীয়ে নকয়। কাৰণ প্ৰত্যেক ল'ৰাই একোজনী সতী ছোৱালী বিচাৰে ঘৈণীয়েক হিচাবে পাবলৈ। তুমি জানো কৰা?"

"মই কম। এতিয়ালৈকে বহুতকেই কৈ পাইছো। মোৰ নিজৰ সকলো কু-কামৰ কথা কোৱাৰ পিচতো দেখিছো বহুতো তথাকথিত সতী ছোৱালীয়ে পিচ নেৰে। কাৰণ তেওঁলোকে আৰু ঈশ্বৰেহে জানে তেওঁলোকৰ ভিতৰত কি আছে। সেইকাৰণে মই এই বিষয়ে কেতিয়াও নোসোধো। ছোৱালী এজনী যি কোনো অৱস্থাতে যিমানেই ভাৱপ্ৰৱণ হৈ নুঠক, নিজৰ গুপুত কথা বিলাক কেতিয়াও উলিয়াই নিদিয়ে। বিষয় বুদ্ধি ছোৱালীৰ বেচি। সেইকাৰণে মই কব খোজো যে ছোৱালীৰ ভাৱপ্ৰৱণতা একেবাৰেই নাই। গতিকে ছোৱালী

এজনী হ'ল—A straight, perpendicular, biological phenomenon. অৱশ্যে ছোৱালীৰ ইয়াৰ উপৰিও এবোজা পণ্য আছে— হাঁহি, চুমা, হুমুনিয়াহ আৰু চকুপানী ''

''বৰ অসভ্য কথা কৈছা। তিৰোতা জাতিটোৱে অলপ কথা অৱশ্যে লুকায় ( secretive ) কিন্তু সজাত নাইকিয়া নহয়। কথা লুকোৱাৰ কাৰণ হৈছে তুমি কোৱাৰ নিচিনাকৈ তিৰোতা জাতিটো মতাতকৈ বেচি ব্যৱহাৰিক জ্ঞান থকা।''

''ব্যৱহাৰিক জ্ঞান থাকিলেই কথা লুকুৱাব লাগে নেকি ?''

''সময়ত লাগে। এটা সঁচা কথা কোৱা কাৰণে যদি ঘৰুৱা কন্দলৰ সূত্ৰপাত হয় তেনেহলে তাক নোকোৱাই ভাল।''

''তুমি ইমানখিনি কৈও স্বীকাৰ নকৰা যে তিৰোতা মানুহৰ কথাৰ সজাত নাই। অৱশ্যে কথা লুকোৱা মানে মিছা কথা কোৱা নহয়। কিন্তু কথা লুকাই তাক ঢাকিবলৈ সদায়ে মিছা কথাৰ প্ৰয়োজন হয়। তেনেদৰে এটা মিছা কথাক ঢাকিবলৈ আৰু বহুতো মিছা কথাৰ দৰকাৰ। পোপে কৈছিল—''এটা মিছা কথাক ঢাকিবলৈ কুৰিটা মিছা কথাৰ দৰকাৰ।'' মিছা কথা কৈ ধৰা নপৰাকৈ থাকিবলৈ হলে অতি বুদ্ধিৰ প্ৰয়োজন। তিৰোতা মানুহৰ এই বেচি বুদ্ধিখিনি আছে সেই ৰাহি দুই আউন্স মগজৰপৰা। গতিকে মই স্বীকাৰ কৰো যে তিৰোতা মানুহৰ বুদ্ধি বেচি। সেই কাৰণে তোমাক নমস্কাৰ কৰাৰ লগে লগে তোমাৰ গোটেই জাতিকে নমস্কাৰ।''



''তুমি···।''

''হেৰা খেয়াল আছে নে নাই, আমি কি পালো ? আমাৰ কেম্প কেতিয়াবাই পাৰ হৈ আহিলো। ইচ্, ৰাতিও হ'ল বহুত। মই জানা, ৰাতিপুৱা চাৰি বজাত উঠিব লাগিব।''

তাৰাতাৰি আহি দুয়ো কেম্পত সোমালো। কেম্পৰ দুৱাৰ মুখতে মস্ত কাঠ এডালেৰে হেঙাৰ দিয়া আছে। হেঙাৰৰ কাষত সৰু বাকচৰ নিচিনা কাঠৰ ঘৰ এটাত চকীদাৰ এটা আছে। আমি হেঙাৰৰ ওচৰ পোৱাৰ লগে লগে হুঙ্কাৰ মাৰি উঠিল। ৰাতি এঘাৰটাৰ পিচত হেনো বাহিৰলৈ ওলাই যোৱা নিষেধ। নিয়ম বিলাক কৈ লেকচাৰ দি আছিল। এই ৰাতিখন তাৰ বক্তৃতা কোনে শুনি থাকে ? তাৰ এই ভোৰভোৰণি আচল নহয়, কেৱল অভ্যাস বসতঃ হে কৰিছে। হেঙাৰৰ তলেদি দুয়ো সৰকি গলো।

শুবতো লাগিলেই কাৰণ উঠিবলৈ বেচি সময় নাই।— বিদায় সঙ্গিনী। প্ৰত্যেকটো বিদায়েই মৃত্যুৰ প্ৰতিফলনৰ নিচিনা। বিদায় পৰত দিবলৈ মোৰ হুমুনিয়াহ নাই কাৰণে এই হাঁহি খিনিকেই লৈ যাবাগৈ।—বিদায়।

কোনোবাই মাতি দিছিল নে নিজেই সাৰ পাইছিলো মনত নাই। ঘড়ীত তেতিয়া চাৰি বাজিছে—গ্ৰীণউইচ মিন্ টাইম। বেচ ঠাণ্ডা পৰিছে। কম্বলৰ তলৰপৰা ওলাওঁ ছাৰি বেচিকৈ টানি লবৰহে ইচ্ছা গৈছে। কিন্তু উপায়

নাই। হাত মুখ ধুই ওলাওঁতেই যথেষ্ট সময় লাগিব। তাৰ পিচত চাহ-পানী খাই চাৰি মাইল চাইকেল মাৰি ছয় বজাত কাটাই কাটাই ফেক্টৰী পাব লাগিব। এক মিনিট পলম হোৱা মানে পোন্ধৰ মিনিটৰ দৰমহা কাটিব। বৰ বেচি পলম হলে সোমাব নিদিবও পাৰে। এই গোটেই-খিনি কথা মনতে জুকিয়াই চালো। এনেদৰে কেইমিনিট মান সময় গলেই। আৰু দেৰি কৰিব নোৱাৰি। মুখ হাত ধোৱা ৰুমটোত সোমাই চাওঁ যে গৰম পানী নাই। এই পুৱাৰাতি কোনে পানী গৰম কৰা বয়লাৰত জুই দিব? দাড়ি নুখুৰালেও উপায় নাই। পানী গালত লগালেই গাটো সিৰ্‌সিৰাই যায়।

হাত দীঘল পুলওভাৰৰ ওপৰেদি ওলাই থকা ডিঙিটোত টানকৈ মেৰিয়াই মেৰিয়াই মাফলাৰখন বান্ধি ডাইনিং হল পালো। চাৰি বজাত ব্ৰেকফাষ্ট খোৱা জীৱনত এয়েই প্ৰথম। দিছিল সকলোৱেই—কৰ্ণফ্লেক্‌চ, গাখীৰ, চেনী, বেকন, কণী। দুপৰীয়া খাবৰকাৰণে চেণ্ডুইচ কেইখনমানো কাগজৰ টোপোলা এটাত বান্ধি দিলে।

চকু মুদি উৰাই ঘূৰাই চাইকেল চলাইছো। ৰাস্তা তেতিয়াও আন্ধাৰ। ৰাস্তাৰ ওপৰত থকা বতাহখিনিতে নিয়ৰৰ টোপাল বিলাক ওলমি আছে। গছৰ তলেৰে চাইকেল গলেই শব্দ শুনো—টপ্‌ টপ্‌। নিয়ৰৰ কণিকাবিলাক পাতত গোট খাই খাই সৰি পৰিছে তললৈ। আমাৰ গোটেই গা তিতি



গৈছে। বাটটোৰ দুয়োপিনে বহল মুকলি পথাৰ—মাজে মাজে ঘাঁহ, গম আৰু আপেলৰ ঝাৰ। ক'ৰবাত ক'ৰবাত আপেলৰ মাজে মাজে দুই এডাল প্লামৰ গছো আছে। আমি কোনেও মুখেৰে বিশেষ একো শব্দ কৰা নাই। অবিৰাম গতিত চাইকেল চলাই আছো। চাইকেলৰ নতুন টায়াৰ পিচ্‌ ঢালা ৰাজপথত ঘঁহনি খাই চৰচৰাই শব্দ কৰিছে। বিলাতৰ বতৰৰ ঠিক নাই। গতিকে বৰ্ষাতিটো পেলাই লৈছো চাইকেলৰ হেণ্ডেলত। বৰ্ষাতিটোৰ ওলমি থকা কাণ এটা মাজে মাজে চকাৰ স্পোকত সোমাই খৰখৰাই উঠে। হঠাতে আগেৰে এটা মস্ত শহাৰমান ডাঙৰ এন্দুৰ পাৰহৈ গ'ল। ভাগ্য ভাল—সিও নমৰিল, মোকো নেপেলালে। ইমান ডাঙৰ এন্দুৰ জীৱনত দেখা নাই, আৰু বোধহয় নেদেখিমো। গুৱাহাটীৰ ফাচী বজাৰৰ অহিংস মাৰোৱাৰীৰ গুদামত, ওপৰতে খাই খাই গেৰেলা হোৱা দালশলিয়া কেইটাৰ দুগুণ হব ইয়াৰ আকাৰ। প্ৰকাৰত বোধকৰো একে হব, বিকাৰত সমপৰ্য্যায়ৰ।

এনেকুৱা থুলন্তৰ এন্দুৰ খাবলৈ চাগে বৰ ভাল হব। আমি এন্দুৰ খোৱা কৰিলে খবৰৰ কাগজত কেতিয়াও নাপাওঁ—

"বিশ্বস্ত সূত্ৰে জানিব পৰা গৈছে যে, লুচাই পাহাৰত এন্দুৰৰ উপদ্ৰৱ দিনে দিনে বাঢ়ি আহিছে। ইয়াৰ কাৰণ হ'ল, এই পাহাৰৰ সকলো বাঁহগছ ফুলিছে। এই ফুল এন্দুৰৰ বৰ ভাল খাদ্য। এন্দুৰৰ সংখ্যা এনেদৰে বাঢ়িলে দেশত খাদ্যৰ নাটনি হোৱাটো স্বাভাৱিক" ।

এন্দুৰ খোৱা আৰম্ভ কৰিলে চীনক নকল নকৰাকৈ আমাৰ খাদ্য-তালিকাত কিছুমান মনোগ্ৰাহী নাম সন্নিবিষ্ট কৰিব পৰা যাব। যেনে—দালশলিয়া ৰোষ্ট, এন্দুৰৰ মূৰৰ ঘন্ট, নিগনি-পোলাও, চিকাৰ আছাৰ, পোৱালীৰ চাটনী, মোগলাই আজম্ এন্দুৰ মোছল্লম্। দালশলিয়াৰ লেজ ভাজি, চিকা কাবাব আদি উপাদেয় খাদ্যবিলাক পোৱাৰ উপৰিও কৃষি বিভাগৰ বৰবীমূয়াবিলাকৰ মূৰ কামোৰণি নাইকিয়া হব, দুইলাখ টন খাদ্য লাভ হব, সাপবিলাক খাব নাপাই মৰি যাব ; ডি, ডি, টি আমদানি কৰা টকা ৰাহি হব, কাপোৰৰ ৰপ্তানি বাঢ়িব, মাছ মঙহৰ দাম কমি যাব, চিনচিলাৰ নোমৰ পৰিৱৰ্ত্তে এন্দুৰৰ নোম ব্যৱহাৰ কৰিব পৰা যাব ইত্যাদি ( মোক কৃষি উপদেষ্টা পাতিলে আৰু কিছুমান কব পাৰিম )। অসমৰ কৃষি বিভাগৰ পোষ্টাৰত দেখুৱাইছে—এটা এন্দুৰক ডেগাৰেৰে হানি ইফাল সিফাল উলিয়াই দিছে। তাৰ কাষত লিখিছে—

"ৰাইজ সকল, এন্দুৰমাৰি ধ্বংস কৰক।" এন্দুৰনো ক'ৰবাত ডেগাৰেৰে হানি মাৰিব পাৰিনে ? মই হলে আঁকি দিলোহেতেন—মানুহ এটাই এন্দুৰ এটা নেজৰ আগটোত ধৰি ডাঙিলৈ ( কিছুদিন আগতে লাইফত এনেকুৱা ছবি এটা দেখিছিলো। মালয়াৰ এজন মানুহে চিকাৰ আছাৰ এটা গিলিব ধৰা অৱস্থাত ফটো তুলিছে ) গিলিব ধৰিছে। কাষত বা তলত লিখিলোহেতেন—"বিনা পইচাই সুস্বাদু প্ৰোটিনৰ ব্যৱস্থা কৰক।" অৱশ্যে এই পোষ্টাৰখনৰ খৰচ তিনিটা বিভাগে দিব লাগিব—খাদ্য,কৃষি, চিকিৎসা।



ফেক্টৰী পাওঁ পাওঁ হওঁতেই চাইকেলৰ আগৰ চকাটো গ'ল। এনে মুৰ্খ মই, কম দামত বৰ ভাল চাইকেলখন কিনা বুলি ভাবিছিলো। মুৰ্খৰ দোষ পৰেহে দেখে, কেৱল নিজে নেদেখে কিন্তু জ্ঞানীৰ দোষ নিজৰ বাহিৰে আন কোনেও নেদেখে। পাম মাৰি মাৰি ইয়াকে ভাবি আছো। এইটো ভাবি নিজৰ ওপৰতে আৰু খং উঠিছে। খং উঠি নিজৰ মুৰ্খত্বটো বেচিকৈহে প্ৰমাণ কৰিলো। মুৰ্খ চিনিবৰ হেনো ছটা উপাই আছে—কোনো কাৰণ নোহোৱাকৈ খঙ উঠিলে, লাভ নোহোৱা কথা কলে, প্ৰগতিৰ বাট সলনি কৰিলে, উদ্দেশ্য নোহোৱাকৈ শুধিলে, অচিন কাঠৰ থোৰা লগালে আৰু শত্ৰুক মিত্ৰ জ্ঞান কৰিলে। আচ্ছা ঠিক আছে, মুৰ্খই হেনো সদাই তাতকৈও ডাঙৰ মুৰ্খ লগ পায়। এই ডাঙৰ মুৰ্খ বিলাক হ'ল যেয়ে তাক প্ৰসংশা কৰে। ইতিমধ্যে মোৰ এলুমিনিয়ামৰ, মাদগাৰ্ড নোহোৱা, ভাঁজ কৰিব পৰা চাইকেলখনৰ প্ৰসংশা কৰা মানুহ অঢেল পাইছো। দেখিলে আপুনিও কৰিলেহেতেন।

কাৰখানাৰ দুৱাৰমুখ পাওঁতে ছয় বাজিবলৈ এক মিনিট আছে। বনুৱা মুনিহ, তিৰোতা, ছোৱালী লাইন দি সোমাব ধৰিছে। ল'ৰা এটাও নাই। দুই ফালৰ বেৰ দুখনত দুটা ঘড়ী। ঘড়ীৰ কাষতে দুখন খোপ থকা বোৰ্ডত প্ৰত্যেক বনুৱাৰ

নামৰ একোখন কার্ড। নিজে নিজৰ কার্ড লৈ ঘড়ীটোত সুমাই দিছে। লগে লগে কার্ডখনত সময়টো ছপা হৈ ওলাই আহিছে। ঘড়ী পাৰ হৈ আহি আৰু একোখন বোর্ড। তাত নিজৰ নিজৰ খোপত কার্ড ভৰাই প্রত্যেকে লৰ ধৰিছে নিজৰ নিজৰ কামলৈ। এই ঠাইখিনিৰ সন্মুখতে আইনাৰ বেৰ, দুৱাৰ থকা কোঠা এটাত টাইম-কিপাৰজন বহি সকলো চাই আছে। আমি কার্ড ভৰাই ওলোৱাৰ লগে লগে ছয় বজাৰ চাইৰেণ বাজিল। শুই থকা মেচিনবিলাক বিকট শব্দ কৰি হৰহৰাই চলিবলৈ ধৰিলে। ৰাজকন্যাৰ সোণৰ কাঠিৰ পৰশ পাই কুৰি শতিকাৰ দানবে প্রাণ পালে। এই দানবৰ খাদ্য যোগাবলৈ প্রয়োজন সহস্র মানুহৰ, অজস্র টকাৰ; তেওঁ তাৰ ক্ষুধাৰ অন্ত নাই। সি তাৰ এই অসীম ক্ষুধালৈও আৰু কাতৰ ক্ষুধা মিটাইছে। ইয়াৰ কিবা দুৰৱস্থা হলে যে এই মানুহবিলাকৰেই কেৱল দুৰৱস্থা হব তেনে নহয়। ইয়াৰ নিচিনা এনেকুৱা আৰু বহুতো অতিকায় দানবৰ অসুবিধা হব। এই দানবৰ ভাতৃসকলে কিছু সহায় কৰিব পাৰিব। তেওঁলোক সিচৰিত হৈ আছে গোটেই ইংলণ্ডতেই। ভাৰততো আছে—কলিকতাত, বোম্বাইত।

চাইকেল চলোৱাৰ ভাগৰ তেতিয়াও পলোৱা নাছিল। ভাৰতীয় মনেৰে ভাবিছিলো, অলপ জিৰাই কামত লাগিম। কিন্তু এক মিনিটো বহিবৰ উপায় নাই। মোৰ কাম বাকচ তোলাৰ। ইতিমধ্যে মোৰ ঠাইত বাকচৰ বন্যা আৰম্ভ হৈছে।



আমিকিটাৰ ওপৰত থকা চার্জমেনজনে নিজেই তুলিব আৰম্ভ কৰি দিছে। তেওঁ মোক সুধিলে—

"তোমাৰ নাম কি ?"

কলো।

"নহয়, নহয়, প্রথম নামটো কি ?"

প্রথম নামটোৰে মোক কোনেও নামাতে। এইটোত অভ্যস্ত নহওঁ। কিবা কিবা লাগিল। ফেক্টৰীত ভদ্রলোক সাজিলে নহব। পেটে পেটে ভাব এটা আছিল, মই কলেজত পঢ়া ল'ৰা—তহঁত সাধাৰণ বনুৱা; মোক প্রথম নামটোৰে মাতিবৰ কি এক্তিয়াৰ আছে ? কেৱল ময়েইটো নহওঁ, আৰু কিমান কলেজৰ ল'ৰা-ছোৱালীয়ে কাম কৰিছে ইয়াত। ইয়াত কাম কৰা কেইদিন আমি সম-পর্য্যায়ৰ বনুৱা। কলো নামটো। বেচাৰাই তিনিবাৰমান চেষ্টা কৰি উচ্চাৰণ কৰিব নোৱাৰিলে। এনেতে ৰনে মাত দিলে —"ইমান কষ্ট কৰাতকৈ পোনাই থৈ দিলেই হ'ল।"

"ঠিক আছে। তোমাৰ নাম আজিৰ পৰা জন হ'ল। আমি বৰ বেচি উপাধিৰ পক্ষপাতী নহওঁ। আমাক প্রথম নামটোহে লাগে। প্রথম নামটোৰে মাতিলে সোনকালে সৌহার্দ্দ গঢ়ি উঠে তাৰ উপৰি প্রথম নামবিলাক উচ্চাৰণ কৰিবলৈ সহজ। কিন্তু তোমাৰ ক্ষেত্রত ই ওলোটা যেনহে লাগিল। এনেকুৱা দাঁত ভঙা প্রথম নাম মই কাহানিও শুনা নাই। যিয়েই নহওক আজিৰপৰা তুমি জন।"

মোৰ নিজৰ নতুন নামটো পাই বৰ বেয়া পোৱা নাই। দেউতা-মাই এটা নাম দিছিল, গণক বাপুৱে এটা দিছিল আৰু আইতাইও এটা দিছিল। কাৰো অস্তিত্বই নৱল আহি বিলাতত। লাহে লাহে নিজৰ অজানিতে বিলাতত মোট সলাই আছো। বৰ বেয়া দেশ এইখন, নিজৰ নিজৰ অধিকাৰ বিলাক বলকৈ লয় সকলোৱে। বেচিদিন থাকিব নোৱাৰি ইয়াত।

এইবিলাক ভাবি আছো আৰু হাত ভৰি চলাই আছো খৰকৈ। কোনোবাই হাত তালি দিছে ক'ৰবাত, ডাঙৰ ডাঙৰ কৈ ; বহু সময় ধৰি। হাত চাপৰিৰ লগতে কুউ-উ-উ-উ কৈ চিঞৰি আছে। এইবাৰ কুউ-উ-উ-উ, একেলগে কেইবাটাও মাত। কোনোবাই কাৰবাক মাতিবও পাৰে। এনেদৰে মাতিলে ঘূৰি চোৱা অভ্যাস নাই। চালো তথাপিও। আমাৰ লাইনৰ গোটেইবিলাক ছোৱালীয়ে চিঞৰিছে একেলগে আৰু হাঁহিছে। মোকেই চিঞৰিছে। বুঢ়ী এজনীয়ে আঙুলিয়াইছে বাকচ এটালৈ। বাকচটোৰ ঢাকনীখন মাৰা নাই। বোধহয় ভুলতে ৰৈ গ'ল। মই ততাতৈয়াকৈ মুখখন মাৰি দিলো। বুঢ়ীয়ে বিকট চিঞৰ মাৰিলে। মই ভাবিলো বুঢ়ী এতিয়া ফিট হব। মই ভেবা লাগি সিহঁতৰ পিনে চাইছো। ছোৱালী এজনীয়ে হাতৰ ঠাৰেৰে বাকচটো আকৌ খুলিবলৈ ক'লে। খুলি চাওঁ যে ভিতৰত লুজন এটা। তাই তেতিয়া তাইৰ নিজৰ পিনে আঙুলীয়াই দিলে। বুজিলো তায়েই দিছে।



চালাম এটা ঠুকি লুজনটো মুখত ভৰালো। প্ৰতি দহ পোন্ধৰ মিনিটৰ মূৰে মূৰে হয় লুজন এটা, নহয় চকোলেট এডোখৰ আহি আছে। চিগাৰেটো আহে দুই এটা। অন্য ফালে চাইছো। আনবিলাক লাইনৰ ছোৱালীবিলাক এনে নহয়। বেচ ভাল লাইনতে পৰিছো যেন লাগিছে। পিছে কথা এটা। সিহঁতে দি থাকিলে কেৱল লৈ থাকিলেইতো নহব, সিহঁতকোতো দিব লাগিব।

দিনটো পূৰা নহওঁতেই প্ৰত্যেকৰ লগত চিনা জনা হল। মোৰ নতুন নামটোকেই কলো। সিহঁত হল—মলি, জেনিচ, জেন, লুচি, জেচ, ফিলিচ, কৰ্ণি। জেচ বুঢ়ী, কৰ্ণি আৰু জেন বিয়া হোৱা ; বাকীবোৰ কুমাৰী। অৱশ্যে বুজি পাবলৈ টান কিয়নো সকলোৱে সকলোকে প্ৰথম নামটো কাঢ়িহে মাতে। বিয়া হোৱা দুজনীৰ কথাটো জানিবলৈ অলপ সময় লৈছিল। সিহঁতৰ বাওঁহাতৰ আঙঠি দেখিয়েই বুজিছিলো, সিহঁত হয় বাক্‌দত্তা নহয় বিয়া হোৱা। জেনক সোধোতে তাই ঘপৰাই কৈ দিলে—

"মোৰ আৰু কৰ্ণিৰ বিয়া হৈছে অলপতে, বুঢ়ী জেচে গিৰিয়েকক এৰি আহিছে আৰু বাকীবোৰৰ বজাৰ খোলা।"

দেখিলো এই বন্ধুৱা ছোৱালীবোৰ লাজ চৰম একেবাৰেই নাই। মুখৰ চামনীখনৰ কি দৰকাৰ? প্ৰকৃতিক ঢাকিবলৈ গৈ আমি নিজে নিজক ঠগো বহু সময়ত।

৭

নিজক ঠগি আত্ম তৃপ্তি কিছুমানে পায়। কিন্তু ঠগিবলৈ সকলোৱে ইচ্ছা নকৰে। কৰিবলগীয়া সকলোৰেই হয় সমাজৰ হেঁচাত, পৰিয়ালৰ গৌৰৱত, লাজত, উপদেশৰ চাপত। যাৰ সামাজিক প্রতিপত্তিৰ ভেম নাই, বিদ্যাৰ অহঙ্কাৰ নাই সিয়েই প্রকৃত মানুহৰ স্বৰূপটো দাঙি ধৰিব পাৰে। আৰু আমি এনেকুৱা প্রকৃত মানুহ দেখিলে লাজ পাওঁ। মনুষ্যত্বৰ দোহাই দি এই মানুহবিলাকক হীন প্রতিপন্ন কৰিবলৈ চেষ্টা কৰো। সমাজে যিমানেই নামি যোৱা বুলি নকওক, জেন, জেচ, ফিলিচহঁতে মোক কেইদিনমানৰ কাৰণে হলেও উঠাই আনিলে মানুহৰ শাৰীলৈ।

ভুপৰীয়া খাবৰ সময় হ'ল। চাইৰেণ বজাৰ লগে লগে সকলোৱে ঢাপলি মেলিলে খোৱা ঘৰৰ পিনে। বাথ ৰুমত সোমাই হাত মুখ ধুই ললো। পিয়াহ লাগিছে। পানী খোৱা সঞ্জুকটোলৈ চাই ভাবিছো খাওঁনে নাখাওঁ। চীনামাটিৰ বাচনটোৰ মাজতে নলীডাল, সকলোৱে তাতেই মুখ লগাই পানী পিছে।

স্বাস্থ্যৱতী, ৰূপৱতী গাভৰু এজনীক যদি এক্কাৰৰ আঁৰ লৈ চুমা খাব পাৰো তেনেহলে সিহঁতে মুখ দিয়া নলীডালত মুখ দি পানী খাব নোৱাৰিম কিয়? অৱশ্যে কথা দুটা একে নহয়! প্রেয়সীৰ ওঁঠত চুমা খোৱা আৰু তাই পেলাই দিয়া থুইখিনি খোৱা কেতিয়াও একে কথা নহয়।

খোৱা ঘৰত সকলো টেবিলেই পূৰা। প্লেটখন হাতত লৈ ইফালে সিফালে চাইছো ক'ত খালী ঠাই আছে। ঠাই



অলপো দেখা নাই। ফিলিচে হাত ডাঙি চিঞঁৰ মাৰিছে। অন্ততঃ খাবৰ সময়ত সিহঁতৰ মাজত বহিবৰ ইচ্ছা নাছিল। কলেজৰ ল'ৰা-ছোৱালী কিছুমানৰ মাজত বহিব পালে ভাল পালোহেঁতেন। কিয় জানো এই সৰল বনুৱা ছোৱালী জাকৰ মাজত নিজক খাপ খুৱাই লব পৰা নাই। সিহঁতে যদিও হুলিগলি কৰিছে তথাপিও যেন আমাক অলপ সমীহ কৰি চলিব খোজে। বনুৱাৰ কাম কৰিলেও আমাক সিহঁতে কলেজৰ ল'ৰা বুলি জানে। কলেজত পঢ়া ল'ৰা ইয়াত বৰ কম। কলেজৰ বিষয় বিলাকৰ বিষয়েও ইহঁতৰ জ্ঞান একেবাৰেই নাই। কিন্তু এইটো জানে যে এই লৰাবিলাক সাধাৰণতকৈ অলপ বেলেগ। কিন্তু জীৱ হিচাবে পাৰ্থক্য নাৰাখে। খাই আছো লাহে লাহে। ভাগৰো লাগিছে। জেচ বুঢ়ীয়ে পেঘেনিয়াই পেঘেনিয়াই সুধি আছে।—বিলাতত কিমানদিন হল, কি পঢ়িছো, আৰু কিমান দিন পঢ়িম। পঢ়া শেষ হলে উভতি যামনে নেযাম, ঘৰলৈ উভতি গৈ কি কৰিম, মোক পঢ়াৰ খৰচ কোনে দিছে ইত্যাদি। বুঢ়ী সকলোতকৈ আচৰিত হল মোক দেউতাই মাহে মাহে ইমান গাল পইচা পঠিয়াই থাকে বুলি শুনি। তাইৰ মতে মোৰ দেউতাৰ নিচিনা বদান্য পুৰুষ হেনো নাই। তাইৰ আশ্চৰ্য্যত মই আৰু বেচি আচৰিত হলো। আমাৰ মতে সামৰ্থ্য থাকিলে বাপেকে পুতেকক খুউৱা, পঢ়াৰ খৰচ দিয়াটো এটা স্বতঃসিদ্ধ কথা। ইয়াৰ যে অন্যথা হব পাৰে তাক আমি

কল্পনাও কৰিব নোৱাৰো। জেচে ইফালে এই আচৰিত কথাটো চাৰিওফালে সদৰি কৰি ফুৰিছে। কথা বুলিলে বতাহ। ইখন টেবিলৰ পৰা সিখনকৈ কথাটো বগুৰা বাই আছে। আন টেবিলৰ মানুহবোৰেও মোৰ ফালে এটা নেদেখা জন্তু চোৱাৰ নিচিনাকৈ চাব ধৰিছে। মতা মানুহবিলাকৰ সিমান উৎসাহ নাই। ছোৱালী আৰু-বুঢ়ী জাকেহে বেচি ভালাংভুলুং লগাইছে। মই বৰ অস্বস্তি বোধ কৰিছো। ই আৰুবা কিমান দূৰ পালেহেঁতেন নাজানো, চাইৰেণটো নাবাজিলে।

আকৌ লাগিলো কামত। এইবাৰ অলপ সকাহ পাইছো। কাৰণ আমাৰ মেচিনটোৱে কিবা কিবি পাগলামি আৰম্ভ কৰিছে। একেবাৰে বন্ধ হৈ যোৱা নাই কিন্তু বস্তুবিলাক বেয়া হৈছে।

প্ৰত্যেকটো বস্তুৰ একোটা মান আছে। এই মান নিৰ্দ্ধাৰণ কৰিবলৈ এই কাৰখানাৰ এটা বিশেষ বিভাগ আছে। এই বিভাগে সময়ে অসময়ে বস্তুবিলাক পৰীক্ষা কৰি থাকে। পৰীক্ষা কৰিবলৈ কিছুমান বিশেষ বিষয়া আছে। এওঁলোকে বস্তুত কিবা এটা আসোঁৱাহ পালেই উৎপাদন বন্ধ কৰি দিয়ে। তেতিয়া ইঞ্জিনিয়াৰ সকল লাগি যায় ঠিক কৰাত। সামান্য আসোঁৱাহ থাকিলেও কাৰখানা বন্ধ। কাৰখানাৰ মেনেজাৰবো এওঁলোকৰ ওপৰত মাত মাতিবৰ ক্ষমতা নাই। কোম্পানীৰ মেনেজিং ডিৰেক্টৰৰ



বাহিৰে আন কাৰো আগত এওঁলোক সৈমান হব নালাগে। অৱশ্যে কাম নকৰিলে বা কিবা বেয়া কাম কৰিলে মেনেজাৰে তেওঁৰ ক্ষমতা প্ৰয়োগ কৰিব পাৰে। কিন্তু বস্তুৰ মান সম্পৰ্কে এওঁলোকৰ মতামতেই চূড়ান্ত। এই কেইজন মানুহৰ ওপৰতেই নিৰ্ভৰ কৰিছে কোম্পানীৰ সদ্‌নাম। সদ্‌নামেই ব্যৱসায়ৰ ভবিষ্যৎ। ব্যৱসায় বিক্ৰী হলে বহুসময়ত ব্যৱসায়ৰ সদ্‌নামটোও বহু দামত বিক্ৰী হয়। কোনো কোনো ভাল ব্যৱসায়ৰ ক্ষেত্ৰত ব্যৱসায়টোৰ মূল্যতকৈ নামটো আৰু বেচি দামত বিক্ৰী হয়। চৰম উৎকৰ্ষ সাধনৰ ইমানেই দাম। উৎকৰ্ষ সাধনৰ কাৰণে সময়, পৰিশ্ৰম আৰু অধ্যৱসায় লাগে। ইয়াৰ কাৰণে কাৰবাৰীৰ কিছুমান ভাল বন্ধু আৰু দুৰ্দ্ধৰ্ষ শত্ৰু থাকিব লাগিব। কাৰণ এই দুই তৰপৰ মানুহৰ পৰা তেওঁ নিজৰ বিষয়ে বুজিব পাৰিব। পিচে চৰম উৎকৰ্ষ সাধন সম্ভৱপৰ নহয়। ছামফোৰ্টে কৈছিল—

"বৰলাৰ ঘৈণীয়েক আৰু ঘৰ-বুঢ়ী ছোৱালীৰ সন্তানেইহে একমাত্ৰ নিৰ্দ্দোষ হব পাৰে।"

আমি যি আমিয়েই। আনক নকল কৰি নিৰ্দ্দোষ হব নোৱাৰো। কেৱল অধ্যৱসায়লৈ লক্ষ্য কৰি আগবাঢ়িলেহে নিৰ্দ্দোষতাৰ পিনে আগুৱাব পাৰিম। যি কোনো বস্তু সৌন্দৰ্য্যৰ পিনৰ পৰা যিমান বেচি নিৰ্দ্দোষ হব সি সিমানেই ভাল লগা হব, ভোক লগাটোত যিমানেই ভেজাল কম থাকিব খোৱা বস্তু সিমানেই সোৱাদ হব, কাণখন যিমানেই

সঙ্গীত প্ৰিয় হব, সঙ্গীত সিমানেই সুমধুৰ লাগিব। নিৰ্দ্দোষ বস্তু তৈয়াৰ কৰিবলৈ অসন্তৰ একো কৰিব নালাগে, সাধাৰণ সন্তৰপৰ কামকেই অসাধাৰণ দক্ষতাৰে কৰিব লাগিব, যি কোনো খুত বাদ নিদিয়াকৈ।

মেচিন বন্ধ হোৱা কাৰণে আমাক কোৱালিটি-কণ্ট্ৰোল ডিপাৰ্টমেণ্টত কাম কৰিবলৈ দিলে। তাত আমাৰ কাম হল বেয়া বস্তুবিলাকৰ ভিতৰত যিখিনি ভাল আছে সেইখিনি বিচাৰি উলিওৱা আৰু অলপ বেয়া হোৱাখিনি মেৰামত কৰা। কিন্তু ইয়াত কাম হলে বিশেষ একো নহয়। চুপতি মাৰা আৰু ফিচিঙা-ফিচিঙি কৰাই এক নম্বৰ কাম, দুই নম্বৰ কাম হ'ল লুজন, চুৰট আনি ভগাই খোৱা। এই খিনিতে কোকোকোলা কোম্পানীৰ বাকচ এটা আছে। পইচা ভৰাই দিলেই ঠাণ্ডা কোকোকোলা এবটল ওলাই আহে। বাকচটোৰ কাষত থকা ফুটা এটাত বটলটোৰ মূৰটো সুমাই দিলেই কাকটো খুলি ভিতৰত সোমাই যায়। এই কোকোকোলা উলিয়াই খোৱাটোও এটা আমোদ।

আমাৰ আগতে অতিকায় যন্ত্ৰ কেইটামান প্ৰায় নিঃশব্দে চলি আছে। এই কেইটা চাইছে ল'ৰা-ছোৱালী কেইহাল মানে। আগৰে কিবা কথা আছিল হবলা নাজানো, হঠাতে ছোৱালী এজনীয়ে লৰা এটাৰ টিকাতে মস্ত থাপ্পৰ এটা মাৰি পলাল। সি ধৰিব খুজিছিল কিন্তু নোৱাৰিলে। সাৰিল তাই। আমি শব্দটো শুনিহে মূৰ দাঙি চাইছিলো।



তাৰ পিচত পাহৰিলো। পাচ মিনিটমান পিচতেই গগণ ফলা চিঞৰ এটা শুনি চাওঁ যে লৰাটোৱে মেচিন এটাৰ আঁৰ লৈ তাইক সাৰট মাৰি ধৰিছে।

—টিকাত থপৰিওৱাৰ মূল্য দে এতিয়া সুদে-মূলে !

ফিলিচে মোলৈ চাই চকু টিপিয়াই দিলে। মলিয়ে চিকুটিলে তাইক। বুঢ়ী জেচে সুধিলে—"জেনে সুধিছে, বান্ধবী নাইনে তোমাৰ ! বান্ধৱীতো নিশ্চয় আছে মানে মই সুধিব খুজিছো ইয়াত আছে নে নাই।"

জেচৰ পিনে নাচাই জেনৰ আইনাৰ নিচিনা চিকচিকীয়া চকুত মোৰ নিজৰ প্ৰতিবিম্বটোৰ পিনে চাই কলো—

"জেনৰ বিয়া হৈ গৈছে।"

জেনে অলপো চকু নাতৰোৱাকৈ, নহঁহাকৈ গহীনে কলে—

"জেনৰ কাৰণে কোৱা নাই। জনৰ কাৰণেহে কৈছো। কলেজত পঢ়া ল'ৰা এটাৰ কাৰণে কিমান ছোৱালীয়েই লালায়িত মই কেৱল জানিব খুজিছো, কোননো সেই ভাগ্যৱতী।"

"কোনো নাই জেন।"

"কোনেনো বিশ্বাস কৰিব ?"

"সঁচাকৈয়ে জেন। বিশ্বাস কৰা।"

তাই কিছুসময় মোৰ চকুলৈ চাই আছিল। সোমাই যাব খুজিছিল বহু তললৈ। কাৰণ তাই বিশ্বাস কৰা নাছিল।

"এজনী বান্ধবী হিচাবে লব নোখোজানে ?"

"খোজোনেকি! নাজানো।"
"তোমাৰ বয়স কিমান?"
"পুৰ্ঠ।"

এনেতে ঘৰঘৰ শব্দ কৰি আমাৰ লাইনৰ মেচিনবিলাক চলিবলৈ আৰম্ভ কৰিলে। ডাক পৰিল। ললোগৈ প্ৰত্যেকে নিজৰ নিজৰ ঠাই।

জেন বহিছে খিৰিকিৰ মুখত। তাইৰ সীমা তাতেই শেষ। খিৰিকিৰ ইপাৰৰ পৰা মোৰ এলেকা। আমাৰ লাইনটোত ভালকৈয়েই কিবা এটা বিজুতি ঘটিল। মেচিন বিলাক বৈ বৈ চলিছে। বন্ধ হলেই আগবাঢ়ি যাওঁ খিৰিকিৰ মুখলৈ। জেনৰ লগত দুই এষাৰ কথা পাতো। বিৰতি দি দি পতা গোটেই বিলাক কথা জোৰাই বুজিলো যে তাই ইয়াৰ ছোৱালী নহয়। হাডাৰ্চফিল্ডত ঘৰ। ইয়াৰে ল'ৰা এলদিক লগ পাইছিল হাডাৰ্চফিল্ডত। তাতেই বিয়া হল দুয়োৰে। এতিয়া আহি দুয়ো ইয়াতে ঘৰ পাতিছে। ঘৰ বুলিবলৈ সিহঁতৰ এখন কেৰাভান। চিমেট্ৰি ৰোডত কবৰ খানা খনৰ ওচৰতেই ৰাখিছে কেৰাভান খন। বিয়া হবৰ আজি ন মাহহে হল। গতিকে অসুবিধা এতিয়ালৈকে একো হোৱা নাই। ল'ৰা ছোৱালী দুই এটালৈকে চলি যাব। তাৰ পিচৰ ব্যৱস্থা সময়ে কৰি নিব। কামৰ পৰা গৈ দুয়ো ওলাই যায়। কেতিয়াবা চিনেমা চায়, কেতিয়াবা এনেয়ে ফুৰে। খুচি হলে বাহিৰতেই খাই লয়। ঘৰৰ কাম



বুলিবলৈতো বিশেষ নাই। যি অলপ আছে ৰবিবাৰেই দুয়ো একেলগে কৰি লয়। এহাল প্ৰেমিক প্ৰেমিকা, গিৰিয়েক ঘৈণীয়েকলৈ ৰূপান্তৰিত হবৰ কাৰণে দৰকাৰ হোৱা ঘৰৰ প্ৰশ্নটো ইহঁতে কেৰাভান খনেৰেই পুৰাইছে। অভাৱ একোৰে নাই, অন্ততঃ মনত। দুয়োৰে আয়েৰে ইহঁতৰ সৰু ঘৰখন যেনেদৰে চলিব লাগে তাতকৈ বহুত ভালদৰে চলে।
—ধুনীয়া ছোৱালীবিলাকৰ দুখ নহলে ভাল লাগে।

জেনক দেখিলে ভাব হয় যেন তাই পৰিতৃপ্তিত ফাটি পৰিছে। যি কোনো মানুহৰ বিবেক নাওঠ কৰি দিব পৰা স্বচ্ছ চকু দুটাই তাইৰ সকলো সুখৰ বতৰা দিয়ে।
—জেন, তোমাৰ বিয়া কিয় হ'ল?

চাৰিবজাৰ চাইৰেণ বাজিবলৈ তেতিয়াও কেই মিনিটমান বাকী। প্ৰত্যেকে কাম কৰি আছে আৰু লগে লগে নিজৰ নিজৰ ইটো সিটো লাম-লাকটু, মোনা, কোট গোটাই-পিটাই আছে। চাইৰেণ বজাৰ লগে লগে কাৰখানাটো মেচিনৰ শব্দৰ পৰিৱৰ্ত্তে ৰজনজনাই গল কেৱল এটা শব্দৰে—
শুভৰাত্ৰি।
শুভৰাত্ৰি সোণ।
শুভৰাত্ৰি বন্ধু।
শুভৰাত্ৰি সতীৰ্থ।

প্ৰিয় পৰিজনৰ সদৃশ্য বন্ধনৰ টানত প্ৰত্যেকেই দৌৰি দৌৰি ওলাই গ'ল, ঢাপলি মেলিলে সাঙোৰৰ আন মূৰটোলৈ।

আমি তিনিটাৰ আটাইতকৈ ওচৰ সম্পৰ্কীয় মানুহ আমি তিনিটাই। শিথিল পদক্ষেপে ওলাই আহিলো কেন্টিনলৈ। অভ্যাস নোহোৱা কাম কৰাৰ ভাগৰ পলুৱাবলৈ গাখীৰ একো বটল পি লৈ চাইকেলত উঠিলো। দিনটোৰ অভিজ্ঞতাবিলাক খৰচি মাৰি আলোচনা কৰি কৰি আহি আছো। আমাৰ কেম্পলৈ চিধা ৰাস্তা এটাৰ সন্ধান পাইছো। ৰাতিপুৱা দূৰত্ব সম্পৰ্কে পৰীক্ষা কৰা টান, সময়ৰ নাটনি। এতিয়াই প্ৰশস্ত সময়। সৰু গাওঁ এখন পাৰহৈ আহিব লাগে। এটা সৰু চুবুৰীৰ মান ডাঙৰ গাওঁ। ইয়াত গিৰ্জা এটাও নাই, স্কুল এখনো নাই। কিন্তু প্ৰত্যেক ঘৰৰেই সৰু সুৱা বাৰী এখন আছে। ঘৰৰ পিচফালে কুকুৰা কেইটামান আৰু কবি, মূলা একোডৰা। আগফালে প্লাম, পিচৰ গছ দুই এডাল। ল'ৰা ছোৱালী একেবাৰেই নাই যেন লাগিল।

কেম্পত তেতিয়া হুৰাহুৰা লাগিছে। প্ৰায় সকলো ল'ৰা ছোৱালীয়েই উভতি আহিছে কামৰ পৰা। গা-পা ধুই, খাই মেলিও লাওঁতে তেতিয়া মাত্ৰ ছয় বাজিছে। এন্ধাৰ হবলৈ আৰু প্ৰায় চাৰি ঘণ্টা। ধুনীয়া চুট এজোৰ পিন্ধি ওলাই আহিলো। ল'ৰা ছোৱালী পিয়াপি দি আছে চাৰিও পিনে। সকলোৰে কামকৰা পোচাক। মই চুটযোৰ পিন্ধি আহি বিপদতহে পৰিলোঁ। কেম্পৰ পৰা ওলাই নগলে নিজকে বৰ জিলিকি থকা যেন লাগিছে। মোৰ ওচৰেৰে বৰ বেগাই পাৰহৈ গল সেউজীয়া চকুৰে ফুলকলি জাৰ্মান এজনী। তাই ইংৰাজীৰ



শব্দ এটাও নুবুজে। ইফালে মোৰ জাৰ্মান কাম চলাহে, গল্প জমাবৰ উপযুক্ত নহয়। গতিকে তাইক আগবাঢ়িব দিলো। গপচত লাহে লাহে আগবাঢ়ি আছো। কিছুদূৰ গৈ এনেয়ে ৰৈছো, সেউজীয়া পথাৰৰ পিনে চাই। আমাৰ বাৰীৰ পিচৰ ধাননি ডৰালৈ মনত পৰিছে। বতাহৰ কোব লাগি পানীত ঢৌ উঠাৰ নিচিনা ঢৌ যেতিয়া উঠে কোমল ধানবোৰৰ ওপৰত, আচৰিত হৈ চাইছিলো সৰুতে। আজিও তথা লাগি চাইছো বতাহৰ খেলা। ঘৰলৈ উভতি যাওঁ যাওঁ যেন লাগিছে। পাখি থকা হলে উৰা মাৰিলো হেঁতেন এই মুহূৰ্ত্ততে। সঙ্গী বিহীন হৈ অকলশৰে গোমধান ডৰালৈ চাই কিমান সময় থাকিব পাৰি তাৰ এটা সীমা আছে।

হয়তো উভতি আহিলোহেঁতেন তেতিয়া নিজকে জঞ্জালপূৰ্ণ কুৰি শতিকাৰ জটিলতাৰ মাজত ডুবাই দিবলৈ। তাত আছে— ঝাজ, টেঙ্গো, বিয়াৰ, চেনেল, পণ্ডচ্, কোটি, চিলভিক্ৰিন্, প্লেয়াৰ্চ আৰু তলি নোহোৱা মন, পাৰ ভঙা উচ্ছ্বাস। কিন্তু টম্ আহি ওলাল। টম্ হয়তো নাছিল তাৰ নাম। টম্ নামটোৰ এনে এটা গুণ আছে—টম্ মানেই কুকুৰ আৰু কুকুৰ মানেই টম্। টম্ আছিল এটা ক'লা লাব্ৰাডোৰ। তাৰ আগ ঠেং দুখন মোৰ বুকুত তুলিদি থিয় হৈ আছিল কিছু সময়। কোটৰ লেপেল দুখন লেটেৰা কৰিলে টমে। এই নিঃসঙ্গ-অৱস্থাত কোটটো ফালি পেলালেও টমক মই নবকিলোহেঁতেন। টমে নামি ভুকিলে দুবাৰমান। তাৰ

পিচত আগুৱাই গ'ল চাৰি খোজ। মই টমক অনুঃসৰণ কৰিলো। দুই টাঁৰমান বাট গৈয়েই বাওঁহাতে সৰু কাঠৰ দলং এখন। দলঙৰ সিপাৰে সুৰসুৰীয়া বাটটো আল্ ফাল্ ফা আৰু বিট আৰু কবি আৰু গম আৰু আপেল আৰু কাঁহিৰ মাজে মাজে। আপেল কেইদাল মানৰ আঁৰ লৈ কবি খুচৰি আছে বুঢ়া এজনে—আলৰ বুঢ়া। বুঢ়াই মাত লগালে—

"হেৰা ডেকা মানুহ! কুকুৰটোৱে বোধহয় তোমাৰ কাপোৰ কানি তেনেই লেতেৰা কৰিলে। কি কৰিম আৰু ইয়াক লৈ! বাটৰ মানুহ পালেই ধৰি লৈ আহে। সকলো নাহে অৱশ্যে, দুই এজন আহে তোমাৰ দৰে। সি কি ভাবে নাজানো। বোধহয় মোৰ লগ নোহোৱা কথাটোকে ভাবে। বেচাৰাই মোক লগ জুটাই দিবলৈ তাৰ সাধ্যানুসাৰে অহোপুৰুষাৰ্থ কৰে।"

এইখিনি কৈয়েই বুঢ়াই কোৰখন থলে আৰু কুকুৰটোক গাত থপৰিয়াই মৰম কৰিলে।

"এই কেম্পতে আছা হবলা? বহুত ল'ৰা-ছোৱালী আহে ইয়ালৈ। তোমালোকৰ আফ্ৰিকাৰ ল'ৰাও আহে কিন্তু ছোৱালী দেখা নাই।"

"বুঢ়া আপ, মই আফ্ৰিকাৰ নহওঁ, ভাৰতৰহে।"

"একেই কথা।"

তৰ্ক নকৰিলো বুঢ়াৰ লগত। বুজাব আৰম্ভ কৰি শেষ



কৰো মানে বুঢ়া মৃত্যুৰ দুৱাৰদলি পাবগৈ। ভাৰত, আফ্ৰিকাৰ পাৰ্থক্য নুবুজাকৈয়েই জীৱন শেষ কৰিলে।

"আপ, বয়সনো কিমান হ'ল?"

"চাৰিকুৰি মান হ'ল হবলা। হিচাব নাই।"

"যোৱা যুদ্ধতনো কি কৰিছিলা।"

"যোৱা যুদ্ধত মই চফল ডেকা। মোক বাহিৰলৈ পঠিওৱা নাছিল। ইংলণ্ডৰ সাগৰৰ পাৰ বিলাকতেই ঘূৰি ফুৰিছিলো। আমাৰ কাম আছিল শত্ৰুৰ জাহাজৰ প্ৰতি লক্ষ্য ৰখা।"

"যুদ্ধ সিদিনা গলহে। তেতিয়ানো তুমি ডেকা আছিলা কেনেকৈ।"

"ক'ত সিদিনা গল। আজি প্ৰায় ত্ৰিশ চল্লিশ বছৰ হয়েই।"

বুঢ়াই আগৰ যুদ্ধৰ কথা কৈছে।

"কেলেই আজি কেইবছৰমানৰ আগেয়ে আৰু এখন গল নহয়।"

"অঁ, শুনিছিলোতো। হুন (জাৰ্মান) বিলাকে ফেৰ পাতিছিল বোলে আমাৰ লগত।"

"তেতিয়া তুমি ক'ত আছিলা?"

"ইয়াতেই আছিলো। মোৰ বুঢ়ী জনীয়ে সেই সময়তেই মোক এৰি যায়।"

"এতিয়ানো তুমি কাৰ লগত থাকা?"

"থাকো মোৰ মাজু লৰাটোৰ লগতেই। তাৰ লগত মানে তাৰ ঘৰ এটাতহে থাকো। মই বেলেগেই খোৱা

বোৰাৰ ব্যৱস্থা কৰো। বোৱাৰী জনী বৰ ভাল। মাজে সময়ে তায়ো খুৱায় নহলে ঘৰৰ বস্তুবোৰ যতনাই দিয়ে। ডাঙৰ লৰাটো চহৰত আছে। তাক আজি কেইবা বছৰে দেখা পোৱা নাই। সৰু এটা আছিল। এতিয়া শুনিছো সি হেনো নিউজিলেণ্ডত আছে। খেতি-বাতি কৰি খায়। অৱস্থা ভাল কৰা বুলিও শুনিছো।"

"আৰু কোনো নাই জানো তোমাৰ ?"

"আছিল ছোৱালী হুজনী। তাৰে এজনী ঢুকাল বহুদিন আগতেই। এজনী আছে। বিয়া হৈ ঘৰৰ পৰা ওলাই গৈছে। এতিয়া লাঙ্কাশ্বায়াৰৰ পিনে ক'ৰবাত থাকে। বিয়াৰ পিচতে আহিছিল ল'ৰাটোৰ লগত। ল'ৰাটো ভালেই—সুঠাম দেহৰ কৰ্মঠ ল'ৰা। তাই যদি এতিয়াও তাৰ লগত আছে তেনেহলে হুখ নোপোৱাকৈ নিশ্চয় চলিব পাৰিছে।"

"ককা, তোমাৰ কষ্ট হোৱা নাইনে ?"

বুঢ়াক চিগাৰেট এটা দিলো। মুখত লওঁতে জ্বলাই দিয়াত একেলগে হুটামান হোপা মাৰিলে। নাকেৰে ধোৱাঁ কিছুমান উলিয়াই দি পৰিতৃপ্তিৰ নিশ্বাস এটা এৰিলে, শব্দ কৰি। চকু হুটা মুদি বহি পৰিল ঘাঁহৰ ওপৰত। ময়ো বহিলো, বুঢ়াৰ পৰা অলপ দূৰৈত। ইতিমধ্যে কেইটানমানত চুৰটটোৰ আধাৰৈকে পুৰিলৈ কলে—

"নাই, হুখ কিহৰ ? মোৰ বেমাৰ একো নাই। কাম কৰিব পাৰো। এই কবি আৰু বীটখিনি মই নিজ হাতে



লগাইছো। মাটি ডোখৰ জেকা কাৰণে খেতি ইয়াত বৰ ভাল নহয়। বতৰত এতিয়া খাইছো। উদ্‌বৃত্তখিনি বেচি দিলে বছৰটোৰ ধপাতৰ খৰচ ওলাই যাব। তাৰ উপৰি যিখিনি পইচা বাহি হব সেইখিনি বোৱাৰী জনীৰ হাতত দিম। তাৰেই মোৰ ইটো-সিটো খৰছ ওলাই যাব। এই খেতি উঠাৰ পিচত জানো বহি থাকিম ? বিলাহী, পালেং, বিন এইবিলাক সলাই সলাই ৰুই থাকিম। কষ্ট কিহৰ ? কৰি খাব পৰাতো হৈয়েই আছো। কেই বছৰমান পিচত কৰিব নোৱাৰা হলে যি হয় হব। সেই বুলি হুখ কৰিবলগীয়া কিটো আছে ?"

"নহয়, নহয় মই সেইটো কোৱা নাই। তোমাৰ ল'ৰা-ছোৱালী আছে। সিহঁতে তোমাৰ যত্ন লোৱা নাই, আনকি খবৰো কৰা নাই।"

"সিহঁতে খবৰ কেনেকৈ কৰিব। সিহঁতৰ জঞ্জালবিলাক মই জানো সমাধান কৰি দিছো ?"

"এতিয়া দিয়া নাই কিন্তু সৰু কালত দিছিলা।"

বুঢ়াই কলে—"বেয়া নোপোৱা যদি তোমাৰ আৰু এটা চুৰট খাওঁ"।

ইচ্, ইচ্, বেয়া আৰু পামনে ?"

শেষৰ চুৰট হুটা উলিয়াই এটা নিজে জ্বলাই ললো আনটো বুঢ়াক দিলো। খালী পেকেটটো পেলাই দিওঁতেই টমে বুটলি ললে। সি খালী বাকচটো মুখত লৈ এক দৌৰ মাৰি

ঘূৰি আহিল ! তাৰ পিচত এবাৰ দলিমাৰি দিয়ে ওপৰলৈ আৰু ওপৰতে থাপ মাৰি ধৰে। এবাৰ আনি মোৰ ওচৰতে থলে। মই দলিমাৰি দিলো। সি আকৌ বুটলি আনিলে, মই আকৌ পেলাই দিলো। সি মজাটো পালে যেতিয়া, তাৰ লগত খেলিব লগীয়া হলো। বুঢ়াই তেতিয়া পকা ভ্ৰূ কোঁচ খুৱাই ওঁঠ দুটা জোঙা কৰি চিগাৰেট হুপি হুপি বোধহয় কিবা ভাবি আছিল। বুঢ়াৰ গাৰ চাল কোঁচখাই পোৱালী গড়ৰ নিচিনা ডাঠ হৈছে। তেনেদৰে মনৰ ওপৰতো তেনেকুৱা চামনী এখন পৰিছে। মোৰ ধাৰণা হল যেন বুঢ়াৰ বহুতো অনুভূতিয়ে কাম নকৰা হৈছে। কেইটামান বিশেষ আহিলাক বাদদি সুখ দিব পৰা বস্তুৰ জ্ঞানো নাই। অৱশ্যে বুঢ়া স্বভাৱজাত হিছাবেই নিৰলম্ব যেন লাগিল। কাৰণ কাৰো পৰা কোনো সহায় পাবৰ আশা ৰখা নাই।

সাধাৰণতে মানুহ বুঢ়া হলে খিট্‌খিটীয়া হয় আৰু আনৰ পৰা আশা কৰে। অশিক্ষিত সমাজৰ নিম্ন স্তৰৰ মানুহৰ অনুভূতিবিলাক এনেয়ে ভোতা আৰু মনটো সহজেই পৰিতৃপ্ত হয়। সুখী বুঢ়া কালটো ভালদৰে অতিবাহিত কৰিব পৰাটো যৌৱনৰ দান। বুঢ়াকালে আমাক এখন বেলেগ পৃথিবীত অনন্ত যৌৱনৰ আশা যদি দেখুৱাই তেনেহলে বুঢ়া কাললৈ ভয় নালাগে। কিন্তু প্ৰত্যেক মানুহেই ডেকাহে থাকিব খোজে। প্ৰতি ডেকাৰ ভিতৰত অলপ হলেও বুঢ়াৰ গুণ থাকে আৰু তেনেদৰে বুঢ়া মানুহবিলাকৰ



ভিতৰতো ডেকা এটা লুকাই থাকে। যিবিলাক বুঢ়া মানুহে এইখিনি কথা মনত ৰাখে তেওঁৰ শৰীৰ বুঢ়া হলেও মন বুঢ়া হব নোৱাৰে। মৃত্যুঞ্জয় হোৱা টান কিন্তু জৰা জয় কৰা অসম্ভৱ নহয়। কিছুমান মানুহ উপজিয়েই বুঢ়া। কিন্তু যি-বিলাক মানুহে মনটোক আনন্দত ৰাখি বুঢ়া শৰীৰ আৰু ডেকা মনেৰে মৰে তেৱেঁই সুখী। প্ৰত্যেক বুঢ়াই ডেকা আছিল আৰু প্ৰত্যেক ডেকাই বুঢ়া হব বুলি জানে। এই কাল দুটা ইটো সিটোৰ পৰিপূৰক। এই কথাটো প্ৰত্যেক ডেকাই স্বীকাৰ কৰে অথচ বুঢ়া হব নোখোজে আৰু বুঢ়াই ডেকা হোৱাৰ হাবিলাষ পোহে। বুঢ়া কালটোৰ এটা বিশেষ ঐশ্বৰিক সৌন্দৰ্য্য আছে। বুঢ়া মানুহ দেখিলেই জ্ঞানৰ ভাণ্ডাৰ যেন লাগে। অথচ মূৰ্খ বুঢ়া পৃথিবীত বহুতো আছে। এনেকুৱা মানুহৰ শৰীৰ বুঢ়া হোৱাৰ আগেয়ে মৰি যোৱাই ভাল। বুঢ়া কালত যৌৱনসুলভ ভুল কৰিলে ভাল নেদেখায়। সংসাৰে বুঢ়া মানুহক লাহে লাহে এৰি দিয়ে। কিন্তু বুঢ়াই যদি এই সংসাৰক পিচপিনৰ পৰা খামোচ মাৰি ধৰে তেনেহলে এই বুঢ়াতকৈ আৰু আপচু মানুহ পৃথিবীত নাই। যৌৱনৰ সকলো সুখ নিয়ঁতীয়ে আৰু কালে যেতিয়া কাঢ়ি নিয়ে, তাৰ পিচে পিচে মৰীচিকা খেদি ফুৰিলে কি হব! সংসাৰৰ বান্ধোনৰ পৰা নিজক মুকলি কৰি বুঢ়াই যদি ভাবে যে তেওঁৰ জ্ঞান সমাজৰ কাৰণে তেতিয়াও সময়ত দুখ পাব।

কিন্তু তেওঁ নিজৰ অভিজ্ঞতা আৰু জ্ঞান কেৱল নিজৰ কাৰণে বুলি যদি ভাবে তেতিয়া কোনো বস্তুৱে তেওঁক দুখ দিব নোৱাৰে।

আমাৰ সকলোৰে লক্ষ্য হোৱা উচিত, বৃদ্ধ অৱস্থাত আমি কেনেদৰে একোজন নিখুত বুঢ়া হব পাৰো।

কেম্পলৈ যেতিয়া উভতি আহো তেতিয়া বেচি ৰাতি হোৱা নাই। ঘড়ীৰ মতে হলে হৈছে। আমাৰ বেৰাকৰ কেইটামান ল'ৰা গলগৈ। তাৰ ঠাইত নতুন ল'ৰা আহিছে। গোটেই কেইটাই একোখন মটৰ চাইকেল লৈ আহিছে। বাৰ্মিংহামৰ কাৰখানাৰ বনুৱা ইহঁত। মটৰচাইকেল দেখিয়েই কব পাৰি, দৰমহা নিশ্চয় শকট হিছাবে পায়। প্ৰাণ থকা ল'ৰা 'ব্ৰেণ্ট, কিথ, হল, আল্‌ফ আৰু জন।' মই বেৰেক-টোত সোমাই প্ৰথমতে ইহঁতৰ উৎপাত দেখি ভয়েই খাইছিলো। খঙ উঠিছিল সিহঁতৰ ওপৰত। লাহে লাহে সিহঁতে নিজেই এটা এটাকৈ আহি কথা পাতিলে আৰু মিলিবলৈ চেষ্টা কৰিলে। কথা বতৰা, ব্যৱহাৰ দেখিলে সিহঁতক ভাল নোপোৱাকৈ থাকিব নোৱাৰি। মৰম সিহঁতে আদায় কৰিব জানে। মৰম দিলে মৰম নিশ্চয় পায়। মোৰ ফুটা চাইকেল-খন পাম দিহে আনিছিলো। জনে দেখি বাটি দিলে। ইয়াৰ পিচত গণ্ডগোল কৰিলেও সিহঁতক একো কব নোৱাৰা হলো। কিন্তু সিহঁতে মানুহ শোৱাৰ পিচত গণ্ডগোল কৰা নাছিল। ঘৰটোত সোমাওঁতে ওলাওঁতে ভৰি টিপি টিপিহে আহিছিল।

ৰনে আজি গা অসুখ বুলি ছুটী লৈ গল। দুপৰীয়া লাঞ্চৰ সময়ত সকলোৱেই গম পাইছিল কথাটো। ভাৰতীয় ল'ৰা আৰু এটা আছিল এই কাৰখানাত। —মেনন। মেনন নিউকেছেলত ইঞ্জিনিয়াৰিং পঢ়ে। আমাতকৈ তিনি সপ্তাহমান আগেয়েই আহিছিল ইয়ালৈ। কিন্তু সি জনা নাছিল যে এই কাৰখানাত অসুখ হলে ছুটী লব পাৰি। আজি এই বুদ্ধিটো পাই সিও বিচাৰিলে ছুটী। সোধোঁতে পেটৰ বিষ বুলি কলে। ডাক্তৰখানাৰ তত্বাৱধানত থকা নাৰ্চজনীয়ে তাক খাবলৈ দুটা বড়ি দিলে। বড়ি দুটা লৈ সি ওলাই আহিব খুজিছিল। পিচে ধাত্ৰী গৰাকীয়ে তাক পানী এগিলাচেৰে ঔষধ খুৱাই দিলে। খাই অটালত তাক কামলৈ যাব কলে। সি দেখিলে যে তাৰ কায়দা নাখাটিল। কিন্তু সি যাবলৈ দৃঢ় প্ৰতিজ্ঞ। গতিকে অলপ পিচতে সি আৰু এবাৰ গল। কলে যে তাৰ পেটৰ অসুখ কমা নাই অলপো। তাকে শুনি নাৰ্চ গৰাকীয়ে মেননক আৰু দুটা

বড়ি দিলে। দিয়েই নেৰিলে, একেবাৰে খুৱাই দিলে। তাৰ পিচত তাক কামলৈ যাবলৈ কলে। কি কৰিব বেচাৰাই। কাম কৰি আছে। কিন্তু ইফালে সি একেবাৰে অধৈৰ্য্য হৈছে আৰু সন্মানতো লাগিছে।

মিছা কোৱা মানুহৰ সন্মাননো কি আছে ?

কিন্তু আছে।

মিছা কলে আত্মসন্মান বোধ, বংশ গৌৰৱ সকলো নাইকিয়া হয়। কিন্তু কষ্ট পাই বা বাধ্যত পৰি মিছা কথা কলে মাজে সময়ে আত্ম-সন্মানটো উক্ দি উঠে। তেতিয়া সেই মিছাটোকেই মানুহে সঁচা বুলি প্ৰতিপন্ন কৰিবলৈ বিচাৰে। অনেক সময়ত মিছা কথা এটা বাৰে বাৰে কৈ থাকোতে নিজৰেই সঁচা যেন লগা হয়। নিজেই পাইছোঁ। মিছা কথা কবলৈ মানুহক বহুতো বুদ্ধিৰ দৰকাৰ হয়। এই খিনিতে মিছা কথা কোৱা বুদ্ধি এটা কৈ দিছো। —মিছা কথাটো মনতে পাঙি লৈ নিজেই প্ৰথমে সঁচা বুলি বিশ্বাস কৰি লব লাগে। তেতিয়া হলে বাৰে বাৰে সেই একেটা কথায়েই ওলাই থাকে। ধৰা পৰাৰ ভয় নাথাকে। কাৰণ মানুহে স্বভাৱজাত ভাবে সঁচা কথাকেই কয়। নহলে সঁচা আৰু মিছাৰ কোনো পাৰ্থক্য নাথাকিলহেতেন। নিজে মিছা কথা সঁচা বুলি ভাবি কলে বোধহয় বিবেকতো নালাগে। এনেদৰে কোৱা মিছা কথা যদি মানুহে সঁচা বুলি বিশ্বাস কৰে তেনেহলে সঁচা আৰু মিছাৰ ভিতৰত প্ৰভেদ একো নাথাকে। এনেদৰে মিছা কথাকৈও আৰাম আছে।



মেননে মিছা কথাটো কৈ আৰাম পাইছিল নে নাই নাজানো। যতদূৰ সম্ভৱ পোৱা নাছিল। নহলে মিছা কথাটো কৈ তাক সঁচা প্ৰতিপন্ন কৰিবলৈ ইমান চেষ্টা নকৰিলেহেতেন। মেননে চেষ্টা কৰিছিল। হয়। আকৌ এবাৰ কৰিছিল। এইবাৰ অৱশ্যে নাৰ্চ বিব্ৰত হৈছিল আৰু সম্ভৱতঃ বিশ্বাসো কৰিছিল। নহলে মেননক একেলগে চাৰিটা বড়ি খুৱাই ডাক্তৰৰ পৰামৰ্শ লবলৈ নকলেহেতেন।

এনেদৰে চেষ্টা কৰি মেননে কামৰ পৰা আধা ঘণ্টা ৰেহাই পালে। প্ৰথমে চেষ্টা কৰোঁতে ছুটী পোৱা হলে প্ৰায় চাৰি ঘণ্টাৰ অলস জীৱন এটা পালেও পালে হয়। কিন্তু বেচৰোৰ অপচেষ্টা দুঃচেষ্টাত পৰিণত হ'ল।

আমি গৈ যেতিয়া কেম্প পাওঁ, মেনন তেতিয়া বিছনাত। বিষত ধৰফৰাই আছে। পেটৰ বিষ যদিও আগতে নাছিল, বিষৰ ঔষধবিলাক খাই খাই এতিয়া আচল বিষেই আৰম্ভ হ'ল। ঔষধো কমতো খোৱা নাই। দুবাৰত দুয়ে দুয়ে চাৰিটা। পিচৰ বাৰত চাৰিটা। সকলো মিলি আঠটা। বিষ মাৰিব পৰা ঔষধটো নিশ্চয় বিষ। এনেকুৱা বিষ-কূট খালে পেটৰ বিষ নহৈ আৰু পাৰেনে ? আমি শান্ত্বনা কিছু দিলো, ডাক্তৰৰ তালৈ যাবলৈ উপদেশো দিলো। বিষত চট্ফটাই থকা মেননটোক দেখি বেয়াও লাগিছিল। কিন্তু তাৰ আগত থিয়হৈ হাঁহিও ৰাখিব পৰা নাছিলোঁ। সি নিজেই নিজৰ কাল এনেদৰে মাতি আনিব বুলি ভবা

নাছিলো। শিক্ষিত ল'ৰা এটাই এনেকুৱা কাম কৰিব পায়নে? শিক্ষিত অশিক্ষিতৰ পাৰ্থক্য সদায় বৰ বেচি নাথাকে, শিক্ষা লাভ কৰি থকা কাল ছোৱাত। ছাত্ৰ ছাত্ৰই। ছাত্ৰৰ সৰু বৰ নাই। কিছুমান বিশেষ বিশেষ গুণৰ সমাবেশে ছাত্ৰ অৱস্থাৰ কাল ছোৱাক পৰিচালিত কৰে। যেনেদৰে পৰীক্ষাৰ সৰু বৰ নাই তেনেদৰে ছাত্ৰৰ অভিজ্ঞতাৰো কোনো মান নাই। স্নাতকোত্তৰ শ্ৰেণীত পঢ়া ল'ৰা এটাৰ পক্ষে চহৰৰ ৰাজবাটেৰে হৈ হৈ কৰি দৌৰ মৰাটো বৰ বিশেষ একো কথা নহয়। কিন্তু সেই ল'ৰাটোৰেই সৰু ভায়েক যদি পঢ়া শুনা সাং কৰি কিবা এটা কামত সোমায় তেনেহলে তেওঁৰ পক্ষে দৌৰ মৰাটো এটা লজ্জাজনক কথা হব। আনকি তেওঁক সমাজে ল'ৰা বুলিও স্বীকাৰ নকৰে, মানুহ বুলি কব। —আৰু মানুহে নদৌৰে।

মেননে বিলাতত ইঞ্জিনিয়াৰিঙৰ উচ্চ শিক্ষা লাভ কৰি থাকিলেও সি ছাত্ৰ। গতিকে ছাত্ৰৰ সকলো দায়িত্ব জ্ঞানহীনতা তাৰ আছে আৰু থকাটো উচিতো। নহলে তাৰ ছাত্ৰত্ব বজাই থাকে কেনেকৈ? দায়িত্ব জ্ঞানন থকাতো কিন্তু মই পছন্দ নকৰো। এনেকুৱা পেটৰ বিষত মানুহ নমৰে। গতিকে মেননৰ অসুখত মই বৰ বেয়া পোৱা নাছিলো। পঢ়া শুনাত ফাকি দিয়াত ছাত্ৰৰ জন্মগত স্বত্ব আছে। কিন্তু কেইদিনমানৰ কাৰণে হলেও কাম কৰা বনুৱা হিচাবে ফাকি দিবলৈ ছাত্ৰৰ কোনো স্বত্ব নাই। যিখিনি কাম দিবা তাৰ বিনিময়ত কড়া গণ্ডাকৈ হিচাব কৰি পইচা



লৈ যাবা। তাৰ উপৰিও মোৰ আপত্তিৰ আন এটা কাৰণ আছে। মই নিজে কামত ফাকি দিয়া নাই কিন্তু মোৰ লগৰেই এজনে কামত গাফিলি কৰি বা ফাকিদি মোৰ সমান পইচা লৈ যাব তাত মোৰ মনটো বৰ ভাল নালাগে। এইটো পৰশ্ৰী কাতৰতা নহয়। কিয়নো তেওঁ বেচি কাম কৰি বেচি পইচা নিলে অলপো বেয়া নাপাওঁ। আৰু মই যদি আজি ফাকি দিওঁ, এদিন মোৰ কাৰখানাতেই মোৰ কৰ্ম্ম-চাৰীয়ে মোক ফাকি দিলে মই সহ্য কৰিবলৈ বাধ্য হ'ম। অৱশ্যে ফাকি দিয়াতো বৰ টান কথা নহয়। দিব পাৰো কিন্তু সেই কথাটোৱে বহুত দিনলৈ মনটোত খুন্দিয়াই থাকিব। দুই এবাৰ পাইছো। পিচত ভাল নালাগে।

মেননৰ কেৰিকেচাৰ চাই গা ধুবলৈ গলো। তাত প্ৰথম দিনাখন লগপোৱা বুঢ়াটোক আকৌ পালো। বুঢ়াই নিৰ্বিকাৰ মনে জুই যেন গৰম পানীৰ কলটোৰ তলত নিৰ্মিলিত নয়নে মহেশ্বৰ হৈ ঠিয়দি আছে। আমাসবেও দিগম্বৰ হৈ তেৰাৰ কাষতে স্থান ললো। তেৰাই নয়ন ঈষৎ সন্মিলিত কৰি আমাৰ পিনে লক্ষ্য কৰি হাস্যোদ্দেশ কৰিলে। বুঢ়াৰ হাস্যোদ্ৰেক অঙ্গাদি আমি আগেয়েই অবলোকন কৰিছিলো।—বুঢ়াক সুধিলো "Pop, how are you" ( আপ কেনে আছা )?

"কালি এজাক নতুন ছোৱালী আহিছে দেখিছা?"—বুঢ়াই উত্তৰত কলে।

চমজদাৰ বুঢ়াৰ বুঢ়ী আছে নে নাই বাৰু? আছে হেনো।

নিউপোৰ্টৰ ঘৰত এৰিথৈ আহিছে। নিজৰ ল'ৰা-ছোৱালী নাই। সংস্থান ভালেই, ভেৰণীয়া ঘৰ আছে দুটামান আৰু পাণশালা এখন আছে। বুঢ়া বুঢ়ী দুয়োৰে সচ্চল ভাবেই দিন কাটে। কেৱল অসুবিধাৰ ভিতৰত হ'ল বুঢ়ী যথেষ্ট বুঢ়ী হৈছে। বুঢ়া কিন্তু সত্তৰ বছৰ বয়সতো চফল ডেকা। সিংহৰ নিচিনা সাহ আছে, বাজীবৎ শক্তি আছে, হাতীৰ সমান বল আছে। আমাক নিমন্ত্ৰণ কৰিলে বুঢ়াই, গধূলি পানোদ্দেশ্যে। গৈছিলো অৱশ্যে নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ।

ঘৰটো সোমালত অনুসন্ধিৎসু চকুযোৰে বুঢ়াক বিচাৰিছিল। কৃষ্ণৰ বংশী বদন ৰূপৰ আহিত এখন ছবি আনখনৰ লগত পেচ খুৱাই, এখন হাত মেজৰ ওপৰত থৈ আনখন হাতেৰে বিয়াৰ এমগ হাতত লৈ থিয় হৈ আছিল। আমাক দেখি এটা চকু মেলি ৰাখি আন চকুটো টিপিয়াই দিলে—যাক ভদ্ৰ ভাষাত চকু মৰা বুলি কয়। বিলাতত চকুমৰাটো একো কথা নহয়। বন্ধুৱা, সৈনিক আদিয়ে এনেদৰেই ইজনে সিজনক সম্ভাষণ জনায়। এইটোৰ প্ৰচলন বোধহয় প্ৰথমতে বৈমানিক আৰু নৌ-সেনাবিলাকৰ মাজত হয়। কাৰণ তেওঁলোকে কৰ্মব্যস্ততাৰ মাজত গতানুগতিক ভাবে সুপ্ৰভাত, শুভৰাত্ৰি আদি আওৰাবলৈ সময় নাপায়। গতিকে বাটত হঠাৎ এজনে এজনে আনজনক পাৰহৈ যাবলগীয়া হলে চকু টিপিয়াই যাওঁতে অলপো সময়ৰ খৰচ নহয়। আনহাতে ভদ্ৰতা ৰক্ষা কৰাও হল। আমাৰ দেশৰ নেচনেল বেডেট কোৰৰ নিচিনা



ইয়াত সকলো মানুহেই মিলিটাৰীত দুবছৰৰ কাম কৰিব লাগে। ইয়াত এই শিক্ষা কেৱল ছাত্ৰ সকলৰ মাজতেই সীমাবদ্ধ নহয় আৰু অবৈতনিকো নহয়। একৈশ বছৰ বয়সৰ ওপৰৰ প্ৰত্যেক কৰ্মঠ যুবকে দুবছৰৰ কাৰণে নেচনেল চাৰ্ভিচত যোগ দিবই লাগিব। চৰকাৰে প্ৰত্যেক যুবককেই দেশৰ বাজহাড়ডালৰ একোটা গাঠি হিচাবে এনেদৰেই তৈয়াৰ কৰে। বৈজ্ঞানিক আদি দুই চাৰিজন দেশৰ কাৰণে বেচি লাগতিয়াল মানুহৰ বাহিৰে নেচনেল চাৰ্ভিচৰ পৰা কোনেও ৰেহাই নাপায়। এই কেইটা দিনতেই সৈনিক সুলভ সকলো গুণ মানুহে আয়ত্ব কৰি লয়।—চকু টিপিওৱা ইয়াতেই শিকে।

বুঢ়াৰ চকুৰ টিপৰ পৰিৱৰ্ত্তে আমি চকুৰ পিৰঠিও লৰোৱা নাছিলো। কথাটো ইয়াত বেয়া নহলেও হঠাৎ আৰম্ভ কৰাটো টান। কাৰণ সৰুবেপৰা চকুমৰা বেয়া কাম বুলিয়েই জানো। আমাৰ কেশত বদ্‌মাচ লৰাই ছোৱালীৰ ওপৰত চকু দিয়াৰ দ্বিতীয় আধ্যায় চকুমৰা। তাৰ পিচৰ আধ্যায়ত গালি খোৱা বা অৱজ্ঞা সহ্য কৰা। পিচৰ দুটাৰ কোনো-টোৱেই উপভোগ্য নহয় আমাৰ কাৰণে। পিচৰ দুটাই আগৰটোক অনুসৰণ কৰে। গতিকে আগৰটো নকৰাই শ্ৰেয়। বুঢ়াক দূৰৈৰ পৰা হাঁহি মাৰি হাত দাঙি প্ৰতি সম্ভাষণ জনালো। বুঢ়াই সুধিলে—"কি খাবা ?"

—কি খাম ?

এন্থনী ইডেনৰ নিচিনা উচপা দাঁত দুটাৰে আদহীয়া

ৰেটাৰটোৰে বুৰবঁ এটা ঢালি ঢালি আমাৰ পিনে চকু টিপিয়াই জিজ্ঞাসু দৃষ্টিৰে চাই ৰল। আমি কলো— ৱাৰ্থিংটন। বুঢ়াই ইঙ্গিত দিলে—ৱাথ। ইঞ্জিনৰ পৰা উলিয়াই দিয়া পুৰণা মোবিলৰ নিচিনা ৱাৰ্থিংটন আহিল নিমিষৰ পচাৰতে। cheers বুলি কৈ ডাঙি ললো মগ। তাৰ পিচত আৰু আহিল, আৰু আহিল, আৰু আহিল। লাহে লাহে দৃষ্টি ক্ষীণ হৈ আহিল। ক্ষীণ ঠিক নহয়, আউট অব ফোকাচ ফটোৰ নিচিনা। যি গল্প চলি আছে তাৰ পৰিধি, পৰিসৰ একো বঢ়া নাই। ছোৱালীৰ নিচিনা একনিষ্ঠা লৈ তাতেই লাগি আছো। দুই কাষে, আগত অসংখ্য ল'ৰা-ছোৱালী। কেৱল পিচত নাই কাৰণ আমি ডিকেণ্টাৰ থকা কাউণ্টাৰ খনতে আউজি আছো। এজনে পিয়ানো বজাইছে। কোনোবাই মাইক্ৰোফোনটো হাতত লৈ গাইছে—

I have got carrots
I have got cheese
... ... ... ...

ল'ৰাটোৰ গলা আছে। তাৰ গলাৰ কাৰুকাৰ্য্য, সূক্ষ্মতা আৰু গোৱাৰ নিপুণতা দেখি ঘৰটো সাময়িক ভাবে নিতাল মাৰিলে। গানটোৰ মাজৰ য়ুদ্‌লিং শুনি সকলো চমৎকৃত হল, আমিও স্তম্ভিত হলো।—সুযোগ আৰু সুবিধা পালে ভাল গায়কৰ শ্ৰেণীত উঠিবলৈ বেচি সময় নালাগিব। গান শেষ হোৱাৰ



লগে লগে বিৰাট হাত চাপৰিৰ জাউৰি উঠিল। কিছুমানে দুয়ো হাতেৰে তৰ্জনী আৰু মধ্যমা আঙুলী দুটা লৈ জিভাৰ তলেদি সুমুৱাই সুহুৰীয়ালে। দুই একে আকৌ সুহুৰীয়ালে সোঁহাতৰ বুঢ়া আঙুলী আৰু তৰ্জনী জিভাৰ তলেদি সুমাই। বাওঁহতীয়া বিলাকে বাওঁহাত ব্যৱহাৰ কৰিলে। মুঠতে কিছু সময়ৰ কাৰণে কাণত আঙুলী দিলেও পৰ্দ্দা ফাটো ফাটো হল। স্ফূৰ্ত্তিৰ আতিসহ্যত কিছুমানে টুপী, ৰুমাল, ভেনিটি বেগ আদিও দলিয়ালে। ককটেইল গ্লাচৰ চেৰী ফুটাই দিয়া প্লাষ্টিকৰ শলা এডাল বোধহয় কোনোবাই দলিয়াইছিল। সেইডাল আহি বুঢ়াৰ বিয়াৰৰ গ্লাচটোতে পৰিল। হুলস্থূলৰ মাজত মন নকৰাকৈ ধোক মাৰি দিওঁতে মুখ পালে আৰু তলকিব নোৱাৰোতেই গল পালে আৰু লাগি ধৰিল। আমি বুঢ়াৰ পিনে চাওঁ যে অৱস্থা সঙ্গীনেই। মুখ মেল খাই আছে আৰু চকুৰ তৰা ধ্ৰুব-তৰাৰ পিনে পোনাই মাটিৰ লগত সমান্তৰাল হৈছে। আমি সকলোৰে উপাই বুদ্ধি হেৰাল। মই বুঢ়াক ইঙ্গিততে আৰু দুটামান বিয়াৰৰ ঘোট মাৰিব দিলো। বুঢ়াই বহুত কষ্ট কৰি ডাঙৰকৈ ঘোট এটা মাৰি নিশ্বাস এৰিলে।—অ-প্ৰাণ বায়ু ফিৰি আহিল। বুঢ়া যদিও বাছিল, আমাৰ এটা মস্ত চিন্তা হল—কাটাডাল ওলাব কেনেকৈ। যদিহে নোলায় তেনেহলে ডাক্তৰো নিশ্চয় বিবুধি হব। কাৰণ এক্স-ৰে ফটোত প্লাষ্টিক ধৰা নপৰিব। আমাৰ চিন্তাৰ কাৰণটো যেতিয়া বুঢ়াৰ মগজত সোমাল তেতিয়াহে

বুঢ়াৰ ভাৱনা লাগিল। কপালৰ শিৰ কেইদাল কোঁচ খুৱাই বুঢ়াই যেতিয়া মুখখন ক'লা কৰি পেলালে তেতিয়া সঁচাকৈয়ে আমাৰ বৰ বেয়া লাগিল।

এই গোটেই অৱস্থাটোৰ পৰিৱৰ্ত্তন ঘটালে ল'ৰাটোৱে। আগবাঢ়ি আহি কলে—"এতিয়া ভাবিবলৈ কি আছে? যেতিয়াৰ ভাৱনা তেতিয়া হব। এই গধূলিটো নষ্ট নকৰিবা।" ভাবি থাকিলে জানো কাটা গুলাব?"

মোৰ পিনে আগবাঢ়ি আহি মোৰ লগত হাত জোকাৰিলে। "তোমাৰ নাম কি?"

মই নামটো কলত হাঁহিব ধৰিলে। হাঁহি নাথামেহে নাথামে। এনেকুৱা হাঁহি মই জীৱনত দেখা নাই আৰু শুনাও নাই। নাটকৰ কোনো কোনো ঠাইত থকা বন্ধনীৰ ভিতৰত অট্টহাস্যৰ ( যিটো কেৱল কাগজে কলমেহে হয় ) নিচিনা। তাৰ নাটকীয় হাঁহি শেষ হোৱাৰ উপক্রম হওঁতে সুধিলো—

"কিয় কি হল? মোৰ নামটো ইমান হাঁহি উঠা জানো?"

তাক যেনিবা মই এইখিনি কৈ আকৌ কুটকুটাইহে দিলো। সি আকৌ হাঁহিব ধৰিলে।

"কি হ'ল ঘোৰাৰ ডিম?"

"ইমান সৰু নামো থাকে?"

"মোৰ নামটো হবলা সৰুহে হল। ইংৰাজবিলাকে তাৰ আধাও মাতিব নোৱাৰে।"

"মোৰ নাম জানা?"—সি কলে।



"জানিলে ইমান সময় মই নাহাঁহিলোহেঁতেন নে?"

"নাই নাই। হাঁহিবলগীয়া একো নাই তাত। ধুনীয়া লম্বা, সুন্দৰ সাপ এডালৰ নিচিনা নামটো।"

"বাৰু বুজিলো, নামটো কি পিচে।"

"আগষ্টাচ ৰিকোডো দি কষ্টা ডন মাদ্রিদ গুদো গুদো ডি মেলো।"

"মানুহৰনো সাতটা নাম থাকেনে?"

"সাতটা ক'ত? এটাহে কলো।"

"এইযে ক'লা এইটো হবলা এটা নাম! আৰু এইটোৱেই তোমাৰ নাম?"

"হয়।"

মই আগতে যে তাৰ নামটো শুনি হাঁহিম বুলি কৈছিলো, সেইটো এনেয়েহে কৈছিলো। পিচে এতিয়া নামটো শুনি হাঁহি ৰাখো কেনেকৈ? তাৰ নিচিনা অট্টহাস্য অৱশ্যে কৰা নাছিলো। বহুত সময় হাঁহিলো। মোৰ হাঁহি বন্ধ হয় মানে তাৰ নামটো পাহৰিলোৱেই।

"কি? কি ক'লা নামটো?—আকৌ সুধিলো।

"আগষ্টাচ ৰিকোডো দি কষ্টা ডন মাদ্রিদ গুদো গুদো ডি মেলো।"

"ধন্য নাম, ধন্য নামধাৰী, ধন্য নাম ৰাখোতা।"

"আমাৰ দেশত সদ্‌বংশজাত মানুহৰ নাম এনেকুৱাই হয়।"

"তোমালোকৰ ভাষাত আখৰ কেইটা ?"

"চাব্বিশ।"

"যিটো ভাষাত চাব্বিশটা আখৰ, সেই ভাষা-ভাষীৰ নামত চাব্বিশটাতকৈ বেচি আখৰ থকাটো ভাষাৰ দুৰ্নাম। আমাৰ ভাষাত যুক্তাক্ষৰ বিলাক লৈ প্ৰায় পাঁচশৰ ওপৰ আখৰ। অথচ আমাৰ ভাষা-ভাষী কাৰোৰেই বোধকৰো চাব্বিশটাতকৈ বেচি আখৰ থকা নাম নাই। আমাৰ ভাষা চহকী কাৰণে প্ৰকাশ কৰিবলৈ বেচি শব্দৰ প্ৰয়োজন নাই।"

"সেইটো কেনেকৈ হব। আমাৰ নাম বিলাক ছন্দ যুক্ত কৈ দীঘলীয়া কৰা হয় শুনিবলৈ শুৱলা হবৰ কাৰণে। আমাৰ ভাষা যদি নিশকতীয়াই হব তেনেহলে ইমান বিলাক ঠাইত চলে কেনেকৈ? তোমাৰ ভাষা ক'ত চলে ?"

"অসমত।"

"অসমত মানুহ কিমান ?"

"প্ৰায় আঠান্নবৈ লাখ। কিন্তু এই গোটেইখিনি মানুহে মোৰ ভাষা নকয়। আধাৰো কমেইহে কিজানি কয়।"

"তেনেহলে ?"

"তোমাৰ ভাষা বেচি মানুহে কলেই চহকী হব নে ? বেচি মানুহে আমাৰ ভাষা কবলৈ লোৱা নাই। কথাটো হৈছে তোমাৰ ভাষা-ভাষী মানুহে ছাগলী, কুকুৰৰ নিচিনাকৈ ল'ৰা-ছোৱালী জন্ম দিয়ে।"

"মানুহ জন্মাত আমাৰ হাত নাই।"



"তোমাৰ দেশত ছোৱালী বিয়া নিদিলেও সন্তান জন্ম দিয়ে নেকি ?"

"কেলেই দিব ? মটা মাইকীৰ সহযোগত সন্তান জন্ম হোৱাটো আজি কালি সকলোৱে স্বীকাৰ কৰে।"

"তেনেহলে ভগৱানৰ হাতত কেনেকৈ হল ? মানুহে সন্তান উৎপাদন কৰে।"

"দাম্পত্য প্ৰেমৰ জৈৱিক ফালটো সবলোৱেই স্বীকাৰ কৰিব। এই জৈৱিক প্ৰেমৰ ফলত সন্তানৰ আগমন হবই।"

"কিন্তু যেতিয়া এই সন্তানৰ আগমন আমি নিবিচাৰো তেতিয়া তাক বন্ধ কৰাই শ্ৰেয়। নহয় জানো ?"

"তুমি ধৰ্মত হাত দিবা কেনেকৈ? যিশুৱে তোমাক কেতিয়াও ক্ষমা নকৰে।"

"শুনা আগষ্টাচ ৰি ......।"

"ৰিকোডো, ৰিকোডো। সকলোৱে মোক ৰিক্ বুলি মাতে। তুমিও ৰিক্ বুলিয়েই মাতিবা।"

"বাৰু শুনা ৰিক্। মই তোমাৰ মানত বিধৰ্মী। তোমাৰ যিশুক মই নামানো। আৰু বাইবেলৰো সকলো কথা বিশ্বাস নকৰো। কিন্তু তুমি ধৰ্মৰ নামত যিটো কথা কৈছা সেইটো সম্পূৰ্ণ ৰূপে ভুল। তোমাৰ বুলিয়েই নহয় তোমালোকৰ ভিতৰত বহুতৰেই ধৰ্ম সম্পৰ্কে জ্ঞান এনেকুৱা। এটা ঘটনা কওঁ শুনা—

লণ্ডনৰ ট্‌চেৰিং ক্ৰচ্‌ ষ্টেচনৰ পৰা যাম পোৰ্টচ্‌ মাউথলৈ ৰেলখনত বৰ ভিৰ। কোনো এটা ডবাতেই খালী ঠাই নাই। বিচাৰি বিচাৰি একেবাৰে ইঞ্জিনৰ পিচৰ প্ৰথম শ্ৰেণীৰ ডবা এটাত খালী ঠাই এডোখৰ পালো। বহিয়েই মন কৰি চালো যে মোৰ পোনে পোনে আগত সৰু গঢ়ৰ উজ্জ্বল চকুৰে বুঢ়ী এগৰাকীয়ে বৰ মনোযোগেৰে উল গুঠি আছে। তেওঁৰ কাষতেই বিশাল বপুৰে গোঠোলা মানুহ জন বোধহয় তেওঁৰ গিৰিয়েক। তেওঁৰ সিপিনে আৰু এজন মানুহ। মানুহ জনৰ মুখখন দেখা নাই। খবৰ কাগজ এখনেৰে মুখখন ঢাকি থৈছে। কাগজখন "টাইমচ্‌"। মোৰ কাষত দুজনী আলৰ বুঢ়ী।

ৰাতিপুৱাৰে পৰা ৰেলে মটৰে আহি আহি বৰ ভাগৰ লাগিছে। ৰাজ-হাড় পোন কৰি আৰু বেচি সময় বহি থাকিব নোৱাৰি। মেক্‌টো খুলি ওপৰৰ ৰেকত থলো। কোটটোৰ বুটাম কিটা খুলি টাইডালৰ গাঁঠিটোও অলপ ঢিলা কৰি ললো। এইখিনি কৰি উঠাত অলপ ভাগৰ পলোৱা যেন লাগিলেই। ৰেল চলিব আৰম্ভ কৰাৰ লগে লগে মূৰটো আঁওজাই চকুদুটা মুদিলো। মই চকুদুটা মুদিব পালোহে। মোৰ আগত থকা বুঢ়ীয়ে শলা চলাব এৰি গিৰিয়েকক কোৱা শুনিব পালো—

"কি স্বাস্থ্যবান ল'ৰাটো, জন্‌!"

"ইচ্‌—চ—চ—চ—শুনিব।"



"শুনিলেইবা, কি হল। আমাৰ মনত চীনা ভাষা যেনে লাগিব তাৰ মনতো আমাৰ ইংৰাজী তেনেকুৱাইহে লাগিব। আমাৰ কথাৰ এক বৰ্ণও বুজি নাপায়।"

"ইমান সঠিক হোৱা উচিৎ নহয়। কিজানি বুজি পায়েই।"

"অঃ জন্‌, ইমান মূৰ্খ নহবাচোন। ধৰিব পৰা নাইনে ল'ৰাটো কোন?"

"তৰপ্তে পৰা নাই।"

"কিয়, খবৰ কাগজত পোৱা নাই? আফ্ৰিকাৰ যে ৰাজকুমাৰ এজন আহিছে ৰাণীক দেখা কৰিবলৈ! আৰু কাগজততো লিখিছেই যে ৰাজকুমাৰে ইংৰাজীৰ ই-টোও নাজানে। সেই তেৰেঁই এওঁ। তোমাৰো যে বুদ্ধিটো আৰু চকুকিটা!"

"হলেও ইমান সঠিককৈ কোৱা······?"

—জনে লাহে লাহে কলে, দুৰ্বল সুৰত।

"মই কৈছো এওঁ এজন আফ্ৰিকাৰ ৰাজকুমাৰ"—জনৰ অকণমান বুঢ়ী ঘৈণীয়েক জনীয়ে দৃঢ়তাৰে কলে। "জন্‌ এইটো এটা বৰ দুখ লগা কথা নহয়নে যে এই নিমাখিত, অবুজ ল'ৰাটোৱে এই দেশ এৰি যাব। এই মানুহবিলাক যে কিমান অজ্ঞ! এই বেচাৰাই কিজানি মানুহৰ যে আত্মা বুলি বস্তু এটা আছে তাকো নাজানে। সঁচাকৈয়ে বৰ অমানুষিক কথা।"

"হলেও তুমিনো এই বিষয়ে কি কৰিব পাৰা?"

"নোৱাৰোনে ?" ভদ্ৰ মহিলা গৰাকীয়ে যথেষ্ট মনোবল দেখুৱাই কলে ; আৰু কলে—"বুজাব পাৰোনে নোৱাৰো দেখিলাহেতেন যদি মই তেওঁৰ ভাষা কব পাৰিলোহেতেন।"

জনে ইয়াৰ উত্তৰ নিদি মনে মনে থাকিল। ভদ্ৰ মহিলাৰো কবলগীয়া একো নাই গতিকে তেওঁ উল গোঠাত লাগিল, বেচি মনোযোগেৰে।

—মানুহ জনীৰ হৃদয় আছে।

এইখিনি সময়তে আমাৰ গাড়ীয়ে 'ক্ৰষ্টেল পেলেচ' পাৰ হৈ গল। আবেলিৰ সূৰুযৰ সোণালী কিৰণ পৰি ইয়াৰ আইনাবিলাক গলিত সোণৰ নিচিনা চিক্‌মিকাই আছে। মাজে মাজে দুই একোখন আইনাত কিৰণৰ সোণালী আভাটো ধৰিব নোৱাৰি। সেইবিলাক জিলিকি আছে হীৰাৰ নিচিনাকৈ। মুঠতে কিৰণৰ ৰং বিৰঙৰ খেলাত ছিটিকি পৰিছে চাৰিওপিনে চুন্নি, পান্না, স্ফটিক, নীলা, মুক্তা, মাণিক।

"দি টাইমচ্" খনেৰে মুখখন ঢাকি থকা মানুহজনে মাত লগালে—"কি ধুনীয়া অট্টালিকাটো ! শুনিছো, সন্ধিয়া হেনো ঘৰটো ভৰি থাকে ছাত্ৰ ছাত্ৰীৰে। আজি কালিৰ যুগৰ আমাৰ ডেকা ডেকেৰী বিলাকে কিমান সা-সুবিধা পাইছে ! আমি স্কুলত পঢ়া কালত এইবোৰ একেবাৰেই নাছিল। আমাৰ ল'ৰালি কাল আৰু এতিয়াৰ ল'ৰালি কাল কিমান বিভিন্ন ! এই কাৰণে ল'ৰা-ছোৱালীবিলাক কৃতজ্ঞ হোৱা উচিত।"

ইয়াৰ উত্তৰত নিশকতীয়া বুঢ়ীয়ে কলে—"মই হলে তেনে বুলি নাভাবো। আজি কালিৰ ল'ৰা-ছোৱালীবিলাকে আমাৰ দিনৰ ল'ৰা-ছোৱালীতকৈ কোনো গুণে বেচি সুবিধা পোৱা নাই। আনকি কোনো কোনো ক্ষেত্ৰত ইহঁতে কমহে পাইছে। কিয়নো এনেকুৱা কিছুমান ডাঙৰ ডাঙৰ অনুষ্ঠানে ইহঁতক বেয়াহে কৰিছে। যিহকে মন যায় তাকেই কৰিবলৈ সুবিধা পাইছে। আৰু চৰিত্ৰ ? এঃ, নকবা। চৰিত্ৰৰ নাম নুলিওৱাই ভাল।"



আগৰে পৰা বুঢ়ীৰ কথা বিলাকে বেজবেজাই আছিল। ভদ্ৰতাৰ খাতিৰত মাতাও নাই। তাৰ উপৰি ভয়, মাতিলেই জানোচা মোৰ খং উঠি যায়। মই কেৱল চল চাই আছো, বুঢ়ীক কেনেকৈ ধৰা যায়। পালেই বগৰাব লাগিব। বুঢ়ীয়ে চৰিত্ৰৰ নাম লওঁতেই ভাবিলো এই খিনিতে মাত দিয়া যাওক—

"চৰিত্ৰৰ কথা কৈছে নে ?"

অকণমানি ভদ্ৰ মহিলা গৰাকী মূৰ্চ্ছা যোৱাৰ নিচিনা হ'ল, বুঢ়ীৰ সৰ্বশৰীৰ জিকাৰ খাই উঠিল আৰু বহা আসনৰ পৰা উফৰি গৈ আকৌ বহি পৰিল। বেচাৰীয়ে সেহাই সেহাই কোনোমতে কলে—

"মই বৰ দুঃখিত চাৰ ! মই কল্পনাও কৰিব পৰা নাছিলো যে আপুনি আমাৰ ভাষা বুজি পায়। এতিয়া এনে পৰিষ্কাৰ ইংৰাজীত কথা কৈছে ! আপুনি যে মোক কি বুলিয়েই নাভাবিছে !"

"আপুনি বোধহয় চৰিত্ৰৰ কথা কৈছিল, নহয়নে ?"

"হয়, অৰণ্যে তাকেই কৈছিলো।"

"চৰিত্ৰনো কি?"

"চৰিত্ৰ এটা বৰ ভাল বস্তু। চৰিত্ৰ নহলে আমি চলিব নোৱাৰো। পাৰো জানো জন্?"—জনৰ পিনে চাই কলে।

"নাই নাই, পাৰো বুলি মই নাভাবো। যিয়েই নহওক, আমি এই সম্পৰ্কে পৰীক্ষা চলাব খোজা নাই।"

"চৰিত্ৰ সিপাৰৰ কাৰণেও বৰ দৰ্কাৰী।"

"ইপাৰ সিপাৰ কি?"

"অ, সিপাৰ হ'ল মানে—। মানে, আমাৰ এই পৃথিৱীৰ বাহিৰেও আৰু আন এখন পৃথিবী আছে। কেৱল এখনেই নহয়, দুখন। এখনৰ নাম স্বৰগ আন খন নৰক।"

"সেই দুখননো কেনেকুৱা?"

বুঢ়ীয়ে প্ৰশ্নটো শুনি বৰ দুখ পালে। এতিয়াহে যেন বুঢ়ীৰ আচল নিজা বিষয়টো আহি পৰিছে। মোক অলপমান পৰপাৰৰ জ্ঞান দিবলৈ বৰ উৎসুক। কবলৈ আৰম্ভ কৰিলে—

"স্বৰ্গ হ'ল এখন ঠাই য'ত পৰী বিলাক থাকে। কেৱল ভাল চৰিত্ৰৰ মানুহবিলাকহে তালৈ যাব পাৰে। দুখ তাত নাই, সদায় সুখ। তাত মানুহে পিঠা, মৌ আদি ভাল বস্তুবিলাক খাই থাকে। তাত ঘৰ-বাৰী সকলো আইনা আৰু সোণেৰে বনোৱা। গোটেই ঠাই খিনিতে সকলো সময়তে অপ্সৰা বিলাকে বীণ বজাই নাচি থকে। আৰু নৰক হ'ল অগ্নিকুণ্ড আৰু আন্ধাৰেৰে ভৰা। ঘৃণনীয় আৰু ভয় লগা ঠাই এই নৰক। ইয়ালৈ সকলো



বেয়া মানুহ অৰণ্যে যাবই লাগিব। মৰণৰ পিচত এই দুখন ঠাইৰ এখনলৈ আমি যাবই লাগিব।"

কথা খিনি বেচ ধৈৰ্য্য ধৰি শুনিলো। আফ্ৰিকাৰ ৰাজকুমাৰ হিচাবে অধৈৰ্য্য হোৱাৰ উপাই নাই। সুধিলো—

"আমি স্বৰ্গলৈ যাব পাৰিম নে?"

"যদি ইচ্ছা কৰে।"—বুঢ়ীয়ে বিজয়িনীৰ গৰ্বেৰে জনৰ পিনে চাই কলে—"বৰ ডাঙৰ কথা নহয়। দৰাচলতে সহজেই। কেৱল সৎ হব লাগিব, সকলোৰে প্ৰতি দয়াশীল হব লাগিব, সকলোৰে দোষ বিলাক মাৰ্জনা কৰিব লাগিব। আগতে কৰা পাপবিলাকৰ কাৰণে অনুশোচনা কৰিব লাগিব, নিজৰ শত্ৰুকো ভাল পাব লাগিব, দুখীয়াক সাহায্য কৰিব লাগিব। মুঠতে নিজে যেনেকুৱা ব্যৱহাৰ আনৰ পৰা পালে ভাল লাগে, আনকো তেনেকুৱা ব্যৱহাৰ কৰিব লাগিব।— আৰু এয়েই স্বৰ্গৰ ৰাস্তা। নহয়নে জন্?"

"ঠিক কৈছা তুমি।"

—তাৰ পিচতেই জনে ফাচ্ ফুচ্কৈ কলে—"তুমি যদি এই আলোচনা চলাই থাকা, তেনেহলে নিজৰ আলোচনাৰ জালত মেৰ খাই বিপদত পৰিবা।"

মই অৰণ্যে সকলো কথাকেই মনযোগ দি শুনি আছিলো।

বুঢ়ীয়ে আকৌ কলে—"আপুনি যদি এইবিলাক কথাত ৰস পাইছে আৰু এইবিষয়ে বেচিকৈ জানিব খোজে তেনেহলে মই ব্যৱস্থা কৰি দিব পাৰো।"

"কেনেকৈ ?"

"আমাৰ পোৰ্টচমাউথত এজন বৰ জ্ঞানী পাদ্ৰী আছে। তেওঁ আপোনাক সকলো কথা খৰচি মাৰি বুজাই দিব পাৰিব। যদি মন কৰে তেনেহলে মই আপোনাক তেওঁৰ নাম ঠিকনা দিব পাৰো।"

"আমি এতিয়া ঘণ্টাত পঞ্চাশ মাইল বেগে গৈ আছো। এনে অৱস্থাত স্বৰ্গলৈ যোৱা পথটোৰ বিষয়ে মই ভাল দৰে জানিব খোজো।"

"আৰুনো মোৰ কবলগীয়া কি থাকিল ? গোটেই খিনিতো মই কলোৱেই। বাইবেলত যেনেদৰে লিখা আছে, মই ঠিক তেনেদৰেই কৈছো। মই কোৱা গোটেইখিনি কথা বাইবেলৰ লগত শব্দই শব্দই মিলি যাব।"

"বাইবেল নে ?"

"হয়, বাইবেল। বাইবেলেই হ'ল ঈশ্বৰৰ কিতাপ, য'ত স্বৰ্গলৈ যোৱা পথৰ বিষয়ে সকলো লিখা আছে। মই যেনেদৰে কলো তাতো ঠিক তেনেদৰেই লিখা আছে। আৰু মোৰ স্বামীয়ে কোৱা মতে আপুনি যদি ইচ্ছা কৰে তেনেহলে আমাৰ তাৰ পাদ্ৰী জনকো লগ ধৰি সুধিব পাৰে। তেৱেঁ৷ এই বিষয়ে জানে।"

মোৰ পেটে পেটে হাঁহি উঠিছিল।

কলো—"পাদ্ৰীক সুধি কি হব ? মই হলে বাইবেল খনতে আপুনি কোৱা কথাখিনি চাব খোজো।"

"ওঁ, নিশ্চয়, নিশ্চয়। আপোনাক বাইবেলতেই দেখুৱাই



দিম মই।" এই বুলি কৈয়েই বুঢ়ী লাগি গ'ল বাইবেল বিচৰাত। সকলোপিনে চালে, নিজৰ বেগত, সৰু মোনাখনত, পেটাৰীটোত। ইফালে সিফালে চাই সহানুভূতি নোহোৱা জনৰ পিনে চাই কলে—"তোমাৰ তাত কৰবাত বাইবেল এখন ওলাব নে ?"

"নাই মোৰ তাত নহব। তুমি মিছা-মিছি এইবিলাক এৰি পেলোৱা। ভদ্ৰলোক জনক কেলেই জুলুম কৰিছা ?"

ধৰ্ম প্ৰচাৰিকা হোৱাৰ সুযোগটো বুঢ়ীয়ে কেলেই এৰিব ? জনৰ কথাই উৎসাহ অলপো কমাব নোৱাৰিলে।

"ক্ষমা কৰিব মহাশয়, আপোনাৰ তাত আছেনে বাইবেল এখন"—সিটো কোণাত থকা ভদ্ৰলোক জনক বুঢ়ীয়ে সুধিলে।"

"নাই। আনহাতে ৰেলৰ ডবাত এই ধৰ্ম সম্পৰ্কীয় আলোচনা কৰাটো মই হলে সমৰ্থন নকৰো"—বৰ বিৰক্তিত কলে কথাষাৰ।

ইয়াৰ পিচত এজনী এজনীকৈ মোৰ কাষত থকা দুয়োজনী মাইকী মানুহকেই সুধিলে বুঢ়ীয়ে। সমিধান দুয়োৱেই দিলে। কিন্তু কাৰো তাত বাইবেল নোলাল।

"উস্ ভগৱান ! এইটো সঁচাকৈয়ে বৰ দুখৰ বিষয় যে এই ডবাটোত বাইবেল এখনো নোলাল। মই সঁচাকৈয়ে বৰ দুঃখিত। কিন্তু মই হলে আপোনাক এধানমানিও ভুল নোহোৱাকৈ ঠিক বাইবেলত যেনেদৰে আছে তেনেদৰেই কৈছো। আৰু মোৰ স্বামী জনে কোৱাৰ নিচিনা—আমাৰ তাত থকা

যাজক জনে আপোনাৰ লগত এই বিষয়ে আলোচনা হবলৈ পালে নিশ্চয় নথৈ আনন্দিত হব।"

"তথাপিও বাইবেলত আপুনি কোৱা কথাখিনি দেখা পালে মই আৰু বেচি সুখ পালোহেঁতেন।"—এই বুলি কৈ মূৰটো হেলাই চকু দুটা মুদিলো। কিছু সময় বুঢ়ীয়ে তেওঁৰ কথা শ্ৰৱণ কৰোঁতাজনৰ পিনে একে থৰে চাই থাকি হুমুনিয়াহ এটা কাঢ়িলে। তাৰ পিচত আকৌ লাগি গ'ল উল গোঠাত।

কিছু সময়ৰ কাৰণে কোঠাটো নিস্তব্ধ হ'ল। কেৱল কাণত পৰিছে চকাৰ ঘৰ্-ঘৰণি, ইঞ্জিনৰ হিচ্ হিচ্, ঘচ্ ঘচ্ আৰু চকাবিলাক ৰেইলৰ জোৰা বিলাকত উঠোতে হোৱা—খটা খট্ খট্টৰে খট। বাহিৰত তেতিয়া এন্ধাৰ বিলাক ঘন হৈ আহিছে, সময় গধূলি পাৰ হৈছে কিন্তু ৰাতিৰ এলেকাত ভৰি দিয়া নাই। পগোৱা ওৰৰ নিচিনাকৈ ডাঠ হৈ অহা এন্ধাৰ বিলাক গোট মাৰিব ধৰাৰ লগে লগে ডবাৰ ভিতৰৰ চাকি বিলাকৰ জোৰ বাঢ়ি আহিছে। বেল আলিৰ দাঁতিয়ে দাঁতিয়ে মানুহৰ মূৰ বিলাকৰ চিলুৰেট ছবি বিলাক বুকুত লৈ দৌৰিব ধৰিছে চাৰিকোণীয়া খিৰিকি বিলাক। এই ছবি বিলাক মাজে মাজে জাপ মাৰি উঠে খুটা বা শিলৰ দ'মৰ ওপৰত উঠিলে। নিজৰ ছবিটো জাপ মাৰি উঠিলে ভয় লাগে, কৰবাত খুন্দা খাই মূৰটো ফাটি যাব বুলি।

এই সময়ৰ নিস্তব্ধতাখিনি যদিও ভাল লাগিছিল তথাপিও



লোভ সামৰিব নোৱাৰিলো। ঠিয় হৈ ৰেকৰ পৰা মোৰ মেক্‌টো নমাই আনিলো। জেপত খুচৰি কিতাপ এখন উলিয়ালো আৰু বুঢ়ীলৈ আগবঢ়াই দি কলো—"আপুনি বিচাৰি ফুৰা খন এই খনেইনে চাওকচোন।"

"ঠিক মই বিচৰা খনেই। এইখনেইতো নিউ-টেষ্টামেণ্ট ?"

হয়। এইখনেই নিউ-টেষ্টামেণ্ট।

বাইবেলখন দুই ভাগে বিভক্ত। এভাগ নিউ-টেষ্টামেণ্ট, আন ভাগ ওল্ড-টেষ্টামেণ্ট।"

"এই খননো কোন খন ?"

"এই খন হ'ল নিউ।"

আৰু কোনখনে আমাক স্বৰ্গলৈ যোৱা ৰাস্তাটো দেখুৱাই দিয়ে ?"

"অ, নতুন খনে। এই খনেই আমি বিচৰা কিতাপখন।"

"আপুনি যিখিনি কথা কৈছিল, অনুগ্ৰহ কৰি সেই কথা খিনি এই কিতাপখনৰ ক'ত আছে মোক দেখুৱাই দিবনে ?"

"নিশ্চয়, অতি আনন্দেৰে।" —হথাতে পোহৰ দেখা পোৱা নাবিকৰ মুখৰ উজ্জ্বলতা লৈ বুঢ়ীয়ে বাইবেলখন হাতত লৈ লুটিয়াবলৈ ধৰিলে। লাহে লাহে এটা দুটাকৈ বহু পাতেই লুটিয়ালে। কেইটামান পাত লুটিয়াই ৰয়, তাৰ পিচত অকণমান চিন্তা কৰি আকৌ লুটিয়ায়। এনেদৰে কিছুসময় লুটিয়াই চিলিঙৰ পিনে অলপ সময় চাই থাকি উদ্দিপনা গোটাই লয়, তাৰ পিচত পূৰা উদ্যমে লুটিওৱাত লাগি যায়। মই আমোদ

আৰু থঙেৰে বুঢ়ীলৈ একেথৰে চাই আছো। লাহে লাহে বুঢ়ীৰ হাতৰ আঙুলিবিলাক কঁপিব ধৰিছে। কিছুসময় ইফালে সিফালে পাতবোৰ লুটিয়াই মোৰ পিনে এবাৰ চালে। মানুহজনী গোটেই ৰঙা চিঙা পৰি নিঃসহায় যেন হৈ মাত লগালে—

"জন !"

"কি হ'ল ?"

"তুমি কব পাৰানে ক'ত আছে সেই কথাখিনি যিখিনিয়ে স্বৰ্গলৈ যোৱা পথটোৰ কথা কৈ দিছে।"

"মই নাজানো মেৰী ! এতিয়া তলকিব পাৰিছানে, তুমি কিহৰ পাকত সোমালা ? মই এই বিষয়ে একেবাৰেই অজ্ঞ।" হতাশাত বুঢ়ীয়ে আকৌ এবাৰ লুটিয়ালে গোটেই কিতাপখন। কিন্তু এনেকুৱা কথা পাব ক'ত ? মোক কলে—"ডাঙৰীয়া কথাখিনি আছে কৰবাত কিন্তু মই ঠিক পাতটো বিচাৰি উলিয়াব পৰা নাই। কি কাৰণে, বুজি পোৱা নাই। মোৰ মগজটোতো সেই আগৰ ডেকা মগজ হৈ থকা নাই। পাহৰি যাওঁ কথা বিলাক। কিন্তু কোনোবা খিনিত আছে নিশ্চয়। মই যিখিনি কথা কলো আপোনাক গোটেই খিনি হুবহু আছে ইয়াত। মই হলপ কৰি কব পাৰো কিয়নো মোৰ গোটেই মুখস্থ আছে।"

মনতে ভাবিলো—আৰু অলপ মজা কৰা যাওক। বৰ নম্ৰভাবে মই বুঢ়ীৰ হাতৰ পৰা বাইবেলখন আনি পাত



লুটিয়ালো। হথাতে চকুত পৰিল তৃতীয় অধ্যায়ৰ ষোল্ল নম্বৰ শ্লোকটোত। বুঢ়ীলৈ কিতাপখন আগবঢ়াই দি সুধিলো—"এই খিনিয়েই আপোনাৰ কবলগীয়া কথা নে ?"

"অ, ভগৱান ; হয়তো। এয়েই দেখোন। মই আপোনাক যেনেদৰে কৈছিলো ঠিক তেনেদৰেই লিখা আছে ইয়াত। একেবাৰে হুবহু একে। এতিয়া আপুনি নিজেই পঢ়ি জানিব পাৰিব।"—এই বুলি কৈ বুঢ়ীয়ে এটি আত্মপ্ৰসাদৰ হাঁহি মাৰি হেলান দিলে।

"আপুনি যদি বেয়া নাপায় তেনেহলে মই এই শ্লোকটো পঢ়ি শুনাব খোজো"—মই কলো।

"মই অকণো বেয়া নাপাওঁ ; পঢ়ক।"

মই এনেদৰে পঢ়িলো—"ঈশ্বৰে অতি ভাল পোৱা পৃথিবী খন তেওঁৰ মৰমৰ একমাত্ৰ সন্তানক ( যিশু ) দিলে। এওঁৰ ওপৰত বিশ্বাস ৰাখিলে কোনো ধ্বংস প্ৰাপ্ত নহয় আৰু চিৰস্থায়ী জীৱন লাভ কৰিব।"

ইয়াৰ পিচত মই কি কম এই বিষয়ে অলপো সন্দেহ নকৰাকৈ আনন্দত অধৈৰ্য্য হোৱাৰ নিচিনা দেখুৱাই বুঢ়ীয়ে কলে—"মই তেতিয়াই নকৈছিলোনে ? মই যি যি কৈছিলো প্ৰত্যেকটো কথায়েই আখৰে আখৰে মিলি গৈছে। সঁচাকৈয়ে বৰ সুখ পাইছো যে আপুনি কথা কেইফাকি বিচাৰি পালে।"

মোৰ আগৰে পৰাই বুঢ়ীৰ কথাবিলাকে পিৰপিৰাই আছিল। বুঢ়ীক বহুতো লাই দিয়া হল। আৰু আগবাঢ়িব

দিব নোৱাৰি। অৱশ্যে বুঢ়ীৰ কথাবিলাকে আমোদ দিছিল বহুতো কিন্তু হল বুলি তাৰো সীমা এটা আছে। আৰু তাতে আমোদৰ ভাগ লবলৈ মোৰ লগ কোনো নাছিল। এটা হাঁহি মাৰি কলো—

"বুঢ়ী আই, তোমাৰ বুদ্ধিৰ খেলা যথেষ্ট দেখুৱালা। মোৰ ইমানে আতিছে। কিন্তু মোক আফ্রিকাৰ পৰা অহা বুলি ভাবি তুমি যিহকে কৈ যাবা তাকেই যে মই হজম্ কৰি যাম, সেইটো নহব। তোমাৰ উৰ্বৰ মস্তিষ্কক মই ধন্যবাদ দিছো কিন্তু নজনা কথা জনা বুলি কৈ বাহাদুৰী লব খোজাতো অন্যায়। অৱশ্যে তোমাৰ ধৰ্মৰ বিষয়ে তুমি অন্ততঃ কিছু জনা উচিত। তাৰ উপৰি তোমাৰ ধৰ্মত কিতাপ মুঠেই এখন। আমাৰ ধৰ্মৰ বিষয়ে হাজাৰ হাজাৰ কিতাপ আছে। মই অৱশ্যে সকলো পঢ়া নাই আৰু বোধহয় পঢ়িব খুজিলেও এই জীৱনত শেষ কৰিব নোৱাৰিম। কিন্তু মই বুজিবলৈ অলপ চেষ্টা কৰো। আনকি তোমাৰ ধৰ্মৰ বিষয়েও কিছু জানিবলৈ চেষ্টা কৰিছো। মই কেতিয়াও নকওঁ যে মোৰ ধৰ্মটো তোমাৰ ধৰ্মতকৈ ভাল। তোমাৰ ধৰ্ম তোমাৰ কাৰণেই আৰু মোৰ ধৰ্ম মোৰ কাৰণে। সকলো ধৰ্মতে বিশ্বাস ৰাখি চলিলে কিবা লোকচান আছে নেকি? কিন্তু সকলো ধৰ্মত বিশ্বাস ৰাখিবা কেনেকৈ? সকলো ধৰ্মৰ কথা জানিলেহে; যি অৱস্থাত তোমাৰ নিজৰ ধৰ্মৰ ওপৰতেই সম্যক জ্ঞান নাই। মোৰ অনুৰোধ এয়েই যে আন জাতৰ মানুহক হীন বুলি



নাভাবিবা। তোমালোকৰ জাতিতকৈ বেচি বুধিয়ক জাতিও পৃথিবীত আছে। তোমালোক বৃটিছ জাতিটোৱে যেতিয়া কথা কবও শিকা নাছিলা, আমি ভাৰতীয় বিলাক দৰ্শন বিজ্ঞানৰ উচ্চ শিখৰত অধিষ্ঠ আছিলো।"

"মহাশয়! আপোনাক মই ভাৰতীয় বুলি জনা নাছিলো।"

"এজন মানুহ ভাৰতীয় নহৈ আফ্রিকাৰ হলেই তেওঁক হীন বুলি ভবাটো জানো যুক্তি যুক্ত? সকবে পৰাই বৃটিছ জাতিটোক বৰ শ্রদ্ধাৰে চাইছিলো। বাওনাই চন্দ্রলৈ চোৱাৰ নিচিনাকৈ তেওঁ বিলাকলৈ চাইছিলো। এই চন্দ্র লাভৰ আশাতেই তোমালোকৰ দেশলৈ আহিছিলো। এতিয়া চন্দ্রৰ সলনি এমুঠি জোনাকী পালো।"

গোটেই ঘটনাটো কৈ শেষ কৰালৈকে ৰিকোডোই ধৈৰ্য্য ধৰি শুনি আছিল। ইয়াৰ মাজত সি এটাও প্রশ্ন কৰা নাই, অকণো উচ্চ বাচ্য কৰা নাই। ৰিকোডোক কলো—"চোৱা ৰিক্, তোমাৰ ধৰ্মৰ মানুহৰ নিজৰ ধৰ্মৰ ওপৰত এয়েই জ্ঞান। ধৰ্মৰ দোহাই তুমি নিদিবা। ধৰ্মৰ বন্ধন শিথিল হোৱা উচিত নহয়।"

"ইংৰাজ বিলাক যদিও খৃষ্টিয়ান, তথাপিও তেওঁলোকৰ খৃষ্টিয়ান ধৰ্মৰ লগত বেচি সম্পৰ্ক নাই। কিন্তু কেথলিক বিলাকৰ আস্থা বেচি।"

"আস্থা নিশ্চয় বেচি। কিন্তু মেডোনাৰ মূৰ্ত্তিৰ তলত আঠু কাঢ়ি 'আভে মাৰিয়া'ক চিঞঁৰি মাতিলেই ধৰ্ম কৰা

নহয়। এসময়ত তোমাৰ মানুহেই পানামাত 'লা চান্তা ৰোজা'ক মাৰিয়াৰ শাৰীত স্থান দিছিল। প্ৰাৰ্থনাৰ মন্ত্ৰৰ ভিতৰত লা চান্তা ৰোজাৰ নাম সুমাই লৈছিল। দৰাচলতে তেওঁৰ নাম আছিল—ডোনা য়োছোবেল এচপিনোজা ভালদেজ য়ি লচ গাবিলানেজ। তেওঁ অপূৰ্ব সুন্দৰী আছিল বুলিয়েই ঈশ্বৰৰ শাৰীত সুমাই লোৱাটো তোমাৰ ধৰ্ময়েই নকয়। এইবিলাক ধৰ্মৰ কথা আলোচনা কৰা মোৰ উদ্দেশ্য নহয়। কিন্তু ধৰ্মৰ নামত ব্যাভিচাৰ কৰা মই সহ্য কৰিব নোৱাৰো। ব্যাভিচাৰ ব্যাভিচাৰৰ নামত কৰিবা, ধৰ্মৰ নামত নহয়। সেই কাৰণেই তোমাৰ দেশতকৈ ইংলণ্ডত ব্যাভিচাৰ কম। তোমাৰ দেশত যিমান কুমাৰী ছোৱালী মাক হয় ইংলণ্ডত নহয়। ইংৰাজ মানুহ গীৰ্জালৈ কম যায়। কিন্তু আচলতে তেওঁলোকৰ ধৰ্ম ভাৱ তোমালোকতকৈ বেচি!"

"যি মানুহ গীৰ্জালৈ নাযায় তেওঁৰ ধৰ্ম ভাৱ কেনেকৈ থাকিব?"

"অন্ধ বিশ্বাস আৰু ধৰ্ম একে বস্তু নহয়। ধৰ্মই সমাজ একোখনক ধৰি থাকে। কিন্তু যেতিয়া ধৰ্মই সমাজ এখনক ধৰি ৰাখিব নোৱাৰে তেতিয়া সেই সমাজত সেই ধৰ্মৰ কোনো মূল্য নাই। তোমাৰ ধৰ্মই কয়—জন্ম নিৰোধ কৰা পাপ। আৰু এই পাপৰ গ্ৰাসৰ পৰা নিজক বচাই ৰাখিবলৈ যাওঁতে ছোৱালীৰ বিলাই বিপত্তি নোহোৱা হয়।"

"সেইটো হয় অৱশ্যে।"



"সেইটোও হয়, এইটোও হয়। দুই নাৱঁত দুই ভৰি দি কোনেও আগবাঢ়িব নোৱাৰে। হয় এস্পাৰ নহয় ওস্পাৰ। ধৰ্মৰ ভূৱাও দিবা আৰু ধৰ্মৰ বিপৰীতেও চলিবা। ইয়াতকৈ ডাঙৰ অমানুষিক কথা আৰু কি আছে?"

"আজিলৈকে আমাৰ আলোচনা সামৰা যাওক। পিচে পৰে দেখা যাব। এতিয়া ব'লা, নাচ-ঘৰৰ পিনে নোযোৱানে এবাৰ?"

"তোমালৈ এতিয়াও নাচ বৈ আছেনে?"

ওলাই আহিলো দুয়ো। আমাৰ মাজৰ পৰা ৰন আৰু বুঢ়া কেতিয়াবাই পলাইছে। আমি অৱশ্যে গম পোৱা নাছিলো। কথাৰ গৰমত কাৰো খেয়াল নাছিল। নহলে সিহঁতক পলাব নিদিলো হেতেন। দোকানখনৰ পিচ ফালেদি ঘূৰিগৈ চাওঁ যে নাচ প্ৰায় ভাঙিলেই। যোৰে যোৰে ল'ৰা ছোৱালী ওলাই আহিছে। আমি আৰু নোসোমালো। লাহে লাহে কথা পাতি পাতি আমাৰ বেৰেকৰ পিনে আগ বাঢ়িছো। আমাৰ বেৰেকটোৱেই একেবাৰে শেষত। তাৰ পিচপিনে ফুটবল খেলা পথাৰখন। গোটেই পথাৰ খনেই ল'ৰা-ছোৱালীয়ে পিয়াপি দি আছে। পথাৰৰ পিনে গলে আন্ধাৰত কাৰ গাত খোজ পৰে তাৰ ঠিকনা নাই। বেৰেকৰ পৰা কম্বল উলিয়াই নি পাৰি লৈছে। এই কম্বলত বাগৰি ফুৰিছে অগনন ল'ৰা-ছোৱালী। গোটেই সোপা একেলগে নহয়। যোৰে যোৰে, যোৰে যোৰে। প্ৰকৃতিৰ নিয়মক

নেওচি নহয়, সন্মান দি। প্ৰকৃতিৰ ল'ৰা ছোৱালীয়ে প্ৰকৃতিক সন্মান নিদি দিব কাক ?

মনুক ?

মনুই পঙ্গু কৰা ভাৰতীয় সমাজ এইখন নহয়। ইয়াতো বাধ্য বাধকতা আছে। পোপৰ হুকুম যদিও নচলে, কেণ্টাৰ-বেৰীৰ আৰ্চ-বিচপৰ চলে। কিন্তু কেণ্টাৰবেৰীৰ কাম বহুতো আৰু চাৰ্চ অব ইংলণ্ডে মুকলীমুৰীয়া ল'ৰা ছোৱালীক বন্ধনৰ মাজলৈ টানি আনিব নোখোজে। অৱশ্যে খুজিলেও নোৱাৰে। গতিকে চেষ্টা কৰি বিফল হোৱাত আৰ্চ বিচপ নাই। চাৰ্চ অব ইংলণ্ড ৰোমান কেথেলিকৰ নিচিনা গোড়া নহয়। সমাজ খনক ধৰি থকা ধৰ্মটো সমাজৰ পৰিৱৰ্ত্তনৰ লগে লগে নিজে নিজৰ ঠাই ঠিক কৰি লয়—সঙ্কুচিত হৈ বা পৰিবৰ্দ্ধিত হৈ। সমাজ আৰু ধৰ্মৰ ওতপ্ৰোত সম্বন্ধ। ইয়াত বুলিয়েই নহয়, আমাৰ দেশতো। কিন্তু আমাৰ দেশৰ মানুহৰ সৎ-সাহস নাই। গতিকে তাত মনুক অমান্য কৰি যেয়ে চলে সি চুৰিকৈ চলে। ইয়াত দেখা দেখিকৈ। ইংলণ্ডৰ মানুহ আৰু সমাজৰ বিষয়ে সম্যক জ্ঞান লাভ কৰিবলৈ হলে চকু মেলি দুদিন ইয়াত থাকিলেই হ'ল। আমাৰ দেশত বিদেশী কাৰো-ৱেই সম্ভৱ নহয় আমাৰ লগত মিলা মিচা কৰা আৰু আমাৰ বিষয়ে জানিব পৰা। কিয়নো আমি নিজেই নিজৰ বিষয়ে নাজানো। মই সৰুতে যি বিলাক বদমাইচি কৰিছিলো ; আজি ভাবো যে সেই বদমাইচি বিলাক আজি কালিৰ ল'ৰা ছোৱালী



বিলাকে নাজানে। কিয়নো সিহঁতে এইবিলাক এনে সুন্দৰ ভাবে লুকায় যে আমি ধৰিবই নোৱাৰোঁ। প্ৰত্যেকৰেই মুখখন একোখন নিৰীহতাৰ প্ৰতিমূৰ্ত্তি। আমাৰ দেউতা, মা ককাই আদিক এনেদৰেই ঠগিছিলোঁ। আজি আমি ঠগ খাইছোঁ। এনে ধুনীয়াকৈ ঠগ খাই আছোঁ যে ঠগ খোৱা বুলি নিজৰেই বিশ্বাস নহয়। কেতিয়াবা অকণমান বুজি পালেও ইহঁতৰ ওপৰত খং নুঠে। উঠে সমাজখনৰ ওপৰত আৰু এই সমাজখন পঙ্গু কৰা মনুটোৰ ওপৰত। মনুৱে এনেদৰে হাত ভৰি কোঙা কৰিছে যে ভাল কৰিবলৈ বাট অলপো ৰখা নাই। মনুৱে সকলোতকৈ ডাঙৰ সুবিধা লৈছিল—আমাৰ অজ্ঞতাৰ, শিক্ষা-হীনতাৰ আৰু অন্ধ বিশ্বাসৰ। যি জাতিভেদ আমাৰ সমাজৰ সুবিধাৰ কাৰণে কৰা হৈছিল সেই জাতি ভেদকেই কটকটিয়া কৰা হল অন্ধ বিশ্বাসৰ আলম লৈ। বামুণৰ ছোৱালী শূদ্ৰিৰে বিয়া কৰোৱা কেৱল পাপেই নহয়, শৰীৰত কুষ্ঠ মহা ব্যাধিয়েও দেখা দিয়ে। মহাভাৰত লিখা বেদ ব্যাসৰ মাক মৎস্যগন্ধা পুষ্পগন্ধালৈ ৰূপান্তৰিত হয় কিন্তু আজিৰ মৎস্যগন্ধা মৎস্যগন্ধাই থাকে আৰু গিৰিয়েক পৰাশৰ ৰবীয়া হয়।

যি জাতিৰ উদ্ভৱ কৰ্মত সেই জাতিৰ আৰু কৰ্মৰ কোনো সম্পৰ্ক আজি নাই। নদীয়ালে শাস্ত্ৰ পঢ়ে ( বামুণ ? ), বামুণে পাদুকা প্ৰতিষ্ঠান চলায় ( মুচী ? )। আমাৰ সমাজত

সকলোতকৈ কৌতুকৰ কথা এই যে—আজি মই জাতিৰ ওপৰত এটা বিৰাট বক্তৃতা দিলো, কিন্তু মই যেতিয়া নিজে বিয়া কৰোৱাৰ কথা ভাবিম তেতিয়া খবৰ ল'ম—মোৰ জাতিৰ ছোৱালী ক'ত কেইজনী আছে। আমাৰ সমাজৰ কেৰোণ হল সমাজ-সংস্কাৰক কেইজন। সংস্কাৰক কেইজনতকৈ সাধাৰণতে সংস্কাৰিত হবলগীয়া কেইজন বেচি উদাৰ মনৰ মানুহ। ঠেক মনোবৃত্তি থকা মানুহবিলাকেই সমাজ সংস্কাৰ কৰিবলৈ যায়। সেই কাৰণেই বিদগ্ধ পণ্ডিত, বহু শাস্ত্ৰজ্ঞৰ উপাধিধাৰী-সকলৰ ভিতৰত বদীয়াৰ সংখ্যা সৰহ। কাৰণ শাস্ত্ৰবিলাক পঢ়ি পঢ়ি তেওঁলোকে বুজি পায় যে শাস্ত্ৰৰ অনুশাসনবিলাক একোৱেই নহয়। গতিকেই তেওঁলোক হয়গৈ মনুৰ অনুশাসনৰ অনুশীলনকাৰী সম্প্ৰসাৰক ; আৰু আজিৰ দিনত তেওঁলোকে এইটোও বুজে যে সনাতন সমাজৰ খুটিবিলাক নলৰাকৈ ৰখা টান। এয়ে কলিৰ শেষ। সমাজৰ পচা বৰপীৰাৰ শেষ উত্তৰাধিকাৰে তেওঁৰ নিজা উত্তৰাধিকাৰক সামাজিক উত্তৰাধিকাৰ পাতিবৰ কাৰণে তৈয়াৰ নকৰে। কৰে হাকিমৰ কাৰণে, মাটিৰেই হওক বা জঙ্গলীয়েই হওক। এই চেষ্টাত নিষ্ফল হলে উকীলৰ কাৰণে। কাৰণ উকীল এজনৰ তেওঁৰ বৰ দৰকাৰ। বাৰ মাহত তেৰটা মোকৰ্দমা তেওঁৰ লাগিয়েই আছে। এই বংশধ্বজ নগৰত থাকি ভোজন ব্যৱহাৰ কৰে চাটগঞা সূপকাৰৰ হতুৱাই ; আৰু সামাজিক প্ৰতিপত্তি বজাই ৰাখে চিঙ্গাৰ মেচিনৰ টাকুৰীৰ সূতাৰ লগুণ পিন্ধি।



এইসকলে সামাজিক বন্ধনীৰ থকা-সৰকা হোৱা বেৰবিলাকৰ কথা খুব ভাল ভাবেই জানে আৰু জানে ইয়াৰ অসাৰ্থতাৰ কথা। কিন্তু চেৰাই যাবলৈ সাহস নাই, মানে সৎসাহস নাই। হব ক'ৰ পৰা? সৎসাহস হবৰ কাৰণে যে সবল মনৰ উত্তৰাধিকাৰ লাগে, বহল মনৰ ঐতিহ্য লাগে! বনুৱাৰ পুত্ৰ বদান্য হব পাৰে কিন্তু ভিক্ষাৰীৰ নহয়। এনেকুৱা ভিক্ষাৰীৰ পুত্ৰ টেক্স অফিচাৰ হলেও চৰকাৰক পইচা দিব নোৱাৰে, চাপ্লাই অফিচাৰ হলেও ৰাইজক চাউল দিব নোৱাৰে আৰু পণ্ডিত হলেও নম্বৰ দিব নোৱাৰে। উপজোঁতে সকলো শিশুৱেই বোলে সম পৰ্য্যায়ৰ। দুয়ে দুয়ে চাৰি হয় অঙ্ক-শাস্ত্ৰত কিন্তু সমাজ বিজ্ঞানত নহয়। লাইচেঙ্কোৰ ঠিয়োৰি ইয়াত নাখাটে আৰু আন আন কমিউনিষ্ট ঠিয়োৰিও নাখাটে। দেহৰ উত্তৰাধিকাৰৰ লগত মনৰ উত্তৰাধিকাৰো হয়। মন সংস্কাৰ কৰা যায় কিন্তু বদলাই দিয়া নাযায়।

এই কাৰণেই সিমান ভাল লগা নাছিল। মোৰ মনত ভাৰতীয় সংস্কাৰ আছে। বিলাতী কাইদাত কিছু সংস্কাৰিত যদিও হৈছিলো কিন্তু তথাপিও পৃথিবীৰ ভিতৰখনৰ তৰল অৱস্থাটোৰ নিচিনা মোৰ মনৰ ভিতৰখনৰ তৰল ভাৰতীয় মনখিনিয়ে ওপৰৰ পৃথিবীৰ খোলাৰ নিচিনা মোৰ মনটোৰ ওপৰৰ বিলাতী চামনীখন ফুটাই আগ্নেয়গিৰিৰ অগ্ন্যুৎপাতৰ থলথলীয়া লাভাখিনিৰ লেখিয়া বৈ বৈ বাগৰি আছে। নিজে কৰাত যিমান লাজ নাপাওঁ তাতকৈ বেছি পাওঁ আনৰ, আনক

কুকুৰ মেকুৰী জ্ঞান কৰা আত্ম প্ৰকাশত। মন ৰবৰৰ নিচিনা। টানিলে যদিও বলে, ৰবৰৰ ৰাসায়নিক বিকৃতি একো নঘটে। উদ্‌জান, অম্লজান, এঙ্গাৰ আৰু গন্ধক তাত সদায়েই থাকিব।

———

"এতিয়া কিমান ৰাতি?"

"ৰাতি আৰু নাই।"

"পুৱাবলৈ কিমান বাকী?"

"বেছি আৰু নাই। মোৰ কামলৈ যাবলৈ তাতকৈও নাই।"

"যাবলগীয়া হোৱাৰ আগ মুহূৰ্ত্তলৈ ইয়াত পৰি থকাত আপত্তি কি?"

আপত্তি একো নাই। কিন্তু গোটেই দিনটো কাম কৰিব পাৰিম বুলি মন সৱল কৰিব পৰাৰ নিশ্চয়তাটো কি?"

"নকৰিবা। সিও ভাল। কিন্তু এনেকুৱা ধুনীয়া নিশা কেতিয়াও ঘূৰাই নোপোৱা। এই ঘাঁহৰ ওপৰত বাগৰি, বুকুৰ উম লাগিব পৰাৰ সমান দূৰত্বত থাকিও স্বাৰ্থপৰৰ নিচিনাকৈ নিদ্ৰাদেৱীৰ লগত আপোচ কৰি এতিয়া সাৰ পাইছো। গোটেই ৰাতিটো হাতত আছিল। এতিয়া আৰু নাই। ধৰিব নোৱাৰা থিনি নাই। যিথিনি আছে তাকো এৰি দিব খুজিছো। হাতত থাকোঁতে খেয়াল নাছিল। এতিয়া ডিঙিত ফাঁচ লগাই মৰিব ওলোৱা মানুহৰ পৃথিবীত শেষ মুহূৰ্ত্তত কৰাৰ নিচিনা আমি হা-হুতাহ কৰিছো। তথাপিও যিথিনি আছে সেইথিনি ধৰা নাই। —নাই—নাই। কামলৈ লাগে নগলাই। গোটেই বছৰ কাম কৰিছো। তুলা ধুনা ক'লৰ

আগত থিয় হৈ হৈ। হাওঁফাওঁ পূৰা কৰিছো ধুনা তুলাৰ আঁহেৰে। পোন্ধৰ দিনৰ ছুটী। এই পোন্ধৰ দিন কাম নকৰিলোৱেইবা। পইচানো কি কৰিম? খোৱা পিন্ধাৰ কাৰণেতো বেছি পইচা নালাগে। তাতকৈও বেছি—হলে কি হব? লালসা বাঢ়িব। কিন্তু তাৰ চৰিতাৰ্থ নহয়।"

——টোপনি ভাঙি গৈছিল কেতিয়াবাই। শুই শুই কেৱল ভাবিছিলো কামলৈ যাওঁ নে নাযাওঁ। মোৰ বিছনাৰ কাষত থকা খিৰিকিখনৰ সিপাৰৰ পৰা ভাহি অহা কথাখিনি শুনি শুনি মোৰো মনটো কামলৈ নাযাওঁ নাযাওঁ লাগিছিল। ঠিক কৰিব পৰা নাছিলো। গতানুগতিক কামৰ মাজত এদিন খতি কৰাৰ আনন্দখিনি লবলৈ বৰ হেপাহ এটা হৈছিল। আকৌ কাণত পৰিছিল—

"এলচি, তোমাৰ জাৰ লগা নাই?"

"লাগিছিল। সেই কাৰণেইতো সাৰ পালো।"

"তেনেহলে ভিতৰলৈ যাওঁ ব'লা।"

"তোমাৰ গাৰ উমেৰে গৰম কৰি দিয়া।"

"যদি অসুখ হয়?"

"অসুখ হলেও হওক। হাতত আৰু কেইবাদিনো বন্ধ আছে।"

"বন্ধৰ বাকী দিন কেইটা এনেয়ে যাব।"

"এদিনৰ সুখ-স্মৃতি কেইবাটা উকা দিনতকৈ ভাল।"

—উঠিম বুলি প্ৰায় ঠিকেই কৰিছিলো। ঘৰীটো মাজে



মাজে চাইছিলো। আৰু যদি পোন্ধৰ মিনিটৰ ভিতৰত নুঠো তেনেহলে সময় মতে কাৰখানা নাপাম। দীৰ্ঘসূত্ৰতাই ৰাখিলে কিছু সময়। এতিয়া ইহঁতৰ কথাখিনি শুনি কামলৈ যাবৰ মনটো নাইকিয়াই হল। মনতে ভাবিছো—বিলাতলৈ কাম কৰিবলৈতো অহা নাছিলো—আজি নোযোৱাটোৱেই ঠিক কৰিলো।

ইহঁত দুটাৰ কথাকেই কৈছো। এই এলচি আৰু কেন। দুয়োটাকেই কেইবা দিনো ধৰি লক্ষ্য কৰি আছো। পাতল গঢ়ৰ ভাঁজ লগা ছোৱালীজনী—এলচি। বুকে পিঠিয়ে চেপেটা, মুখৰা ছোৱালী। প্ৰথম দিনাখন তাইক যেতিয়া লগ পাওঁ, কেনইঁতৰ দল এটাৰ লগত বীয়াৰ খাই আছিল। অনুৰোধ উপেক্ষা কৰিব নোৱাৰি মেয়ো অলপ সময় বহিছিলো তাহাঁতৰ লগত। ভাল লগা নাছিল অলপো তাইক। কিছু সময়ৰ পিচত বৰং বেয়াই লাগিছিল তাই হাত দাঙোতে ওলোৱা কাষলতিৰ তলৰ নোম বিলাক দেখি। যি কোনো বস্তু এটা দেখিলে তাৰ লগৰ আনুষঙ্গিক আন বস্তু কিছুমানলৈ মনত পৰে। যদিও তাই মোৰ পৰা বহু দূৰৈত আছিল আৰু ঘৰটো চিগাৰেটৰ ধোৱাঁ আৰু নানা ৰকমৰ সুৰাৰ গোন্ধেৰে ভৰি আছিল তথাপিও তাইৰ আৱৰণ বিহীন কাষলতিখন চকুত পৰাত এটা বৰ বেয়া গোন্ধ পোৱা যেন পাইছিলো। তাৰ পিচৰ পৰা তাইক দেখিলেই লেতেৰা যেন লাগিছিল আৰু গোটেই ছোৱালীজনী গোন্ধাই থকা যেন লাগিছিল। মই

তাৰপৰা উঠাৰ আগেয়ে মদৰ জালত মেজৰ সিপিনৰ পৰা উঠি আহি মোৰ কোলাতে বহি পৰি যেতিয়া মোৰ দাড়িকোছাত হাত বুলাবলৈ ধৰিলে তেতিয়া মই লাজত ঘামি গৈছিলো। আৰু সেইটোৱেই বোধহয় তাইৰ ওপৰত মোৰ বেয়া ধাৰণা হোৱাৰ চূড়ান্ত কাৰণ। তেতিয়াৰ পৰা তাইনো কিমান বেয়া সেইটো জানিবলৈ হলেও তাইৰ পিনে অলপ কৌতূহলেৰে নজৰ দিছিলো। সকলোতকৈ বেয়া লাগিছিল কেনলৈ।—বেছেৰা কেনটো। তাকতো তাই কম নাজেহাল কৰা নাই। সি বুলিহে। অইন ল'ৰা হলে নাকৰ জোলেৰে, চকুৰ পানীৰে বাট নেদেখা হ'লহেতেন।

কেইদিনমানৰ আগতে এদিন গধূলি গা-পা ধুই ওলাই আহিছো মই। কেনক লগ পালো বাটতে। সি এলচি থকা বেৰাকটোৰ পিনে চাই চাই হুহুৰিয়াই হুহুৰিয়াই লাহে লাহে আহি আছে। পেটে পেটে হাঁহিলো মই। কেনক পাৰ হৈ আহোঁতে মাত এষাৰ লগাইছিলো। কিন্তু মোৰ কথাষাৰ শুনিবলৈ তাৰ মনটো তাৰ ভিতৰত নাছিল। মই কিছুদূৰ গৈ দলঙৰ বন্ধোৱা কাষ এটাত বহিলো। সি উচপিচাই আছে। এলচিহঁতৰ বেৰাকটোৰ পিনে চাই চাই সি ইফালে সিফালে অহা যোৱা কৰি আছে। এলচিয়ে অৱশ্যে তাক দেখা নাছিল। নেদেখিলেও তাই বুজি পাইছিল যে সি তাইৰ কাৰণে বাহিৰত বৈ আছে। এদিন দুদিনকৈ কেইবা দিনো গল। দিন যায় মানে এলচিৰ প্ৰতি কেন বেছি অনুৰক্ত হৈ পৰিছে। এলচিয়ে



বুজে। বহু সময়ত ভাল পায়। আকৌ কেতিয়াবা বিৰক্ত হৈ পৰে। তাৰ কুকুৰৰ নিচিনা ভক্তি দেখি তাইৰ পুতৌ হয় অথচ তাক কষ্ট দিবৰ ইচ্ছা হয়। তাইৰ কাৰণে সি কৰা কষ্টবোৰ দেখি তাইৰ বৰ ভাল লাগে। গতিকেই তাই কেনক পাৰে মানে অত্যাচাৰ কৰে। তাইৰ এই মৰমৰ আতিশয্যত কৰা অত্যাচাৰবোৰ কেনে বেছি ভাগ সময়তেই বুজি নাপায়। তাই তাৰ ওচৰত যিমানেই দুৰ্বোধ্য হয় সি সিমানেই তাইক তাৰ কৰি পাবলৈ বিচাৰে। তাৰ কাৰণে নানা অহোপুৰুষাৰ্থও কৰে। —নানা ৰকমৰ উপহাৰেৰে তাইক বোজাই কৰি দিয়ে। প্লাষ্টিকৰ মণি দিয়ে, কাণ-ফুল দিয়ে, পিতলৰ খাৰু দিয়ে আৰু কত কি। কেতিয়াবা সামান্য উপহাৰ এটা পায়ো তাই জপিয়াই উঠে আৰু তাক চুমা খাই দিয়ে। কেতিয়াবা তাৰ সোণালী চুলিকোছাত হাত বুলাই দিয়ে আৰু বস্তুটোৰ প্ৰশংসাত পঞ্চমুখ হৈ উঠে। তেতিয়া বেছেৰা কেনটোৰ নাক মুখ ৰঙা পৰে।—সি লাজ পাই যায়। আকৌ কেতিয়াবা তাই উপহাৰটোৰ পিনে ঘূৰিকে নাচায়।—কেনে বৰ অস্বস্তি বোধ কৰে। কিন্তু কৰিবলৈ তাৰ একোৱেই নাই। মুঠৰ ওপৰত কোন সময়ত কি কৰিলে এলচিৰ মনৰ অৱস্থাটো কেনে হব সি একোকে ধৰিব নোৱাৰে আৰু ভাবিও কোনো পাৰ নাপায়। অথচ তাইক বাদদিও বৰ্ত্তমানে তাৰ নিজৰ জীৱনটো কল্পনা কৰিব নোৱাৰে।

গতিকে গধূলি খাই বৈ উঠি সি সদায়ে ৰাস্তাটোত

পায়চাৰী কৰে তাইক এবাৰ চাব বুলি। ওলাই আহি তাই তাক কেনে ব্যৱহাৰ কৰিব সেইটোৰ ওপৰত তাৰ বৰ মূৰ কামোৰণি নাই। তাইৰ ব্যৱহাৰৰ তিতা, কেঁহা, টেঙা-বিলাক সহি সহি তাৰ এতিয়া সৈ গৈছে। চিলঙৰ বতৰৰ নিচিনা তাইৰ দুৰ্বোধ্য মনটোৰ কথা সি এতিয়া ভালদৰেই জানে। তাইৰ খেনোতে ৰং খেনোতে খং। কেতিয়া কি মূৰ্ত্তি ধৰে কোনেও নাজানে। যিটো কথা ৰাতিপুৱা কলে ৰঙতে ঢলি পৰিব সেই একেটা কথায়েই গধূলি কলে খঙতে ফাটি পৰিব। গতিকে সি আৰু এই বিষয়ে মূৰ নঘমায়। কিন্তু দেখা হলে এবাৰ পাবই লাগিব।

এলচিৰ এই ব্যৱহাৰবিলাক কিছু পৰিমাণে সহজাত হলেও তাই আচলতে কেনৰ ওপৰত পৰীক্ষা চলাইছিল। আৰু এই পৰীক্ষাত এলচি সফলকামো হৈছিল। এলচিৰ গৱেষণাত কেনে নিজৰ অজানিতে বিলাতী এন্দুৰত্ব প্ৰাপ্ত হৈছিল। সি অলপো ভবা নাছিল যে তাত এলচিৰ কিবা অভিসন্ধি আছিল।—এলচিয়ে পেটে পেটে হাঁহিছিল আৰু তাক আগতকৈও বেছিকৈ নচুৱাইছিল। তাই যে তাক ভাল নাপাইছিল তেনেও নহয়। কিন্তু তথাপিও তাই তাইৰ তিৰোতাসুলভ কৌশলবিলাক নখটোৱাকৈ থাকিব পৰা নাছিল। অৱশ্যে ঘহোঁতে ঘহোঁতে শিল ক্ষয় যোৱাৰ নিচিনাকৈ তায়ো গৈছিল। —কোমলা নাছিল অলপো। তাইৰ ক্ষয়িষ্ণু কাঠিন্যই কেনক টানি নিছিল অলপ অলপকৈ তাইৰ পিনে।



—তাৰেই পৰিণতিত মোৰ মূৰ শিতানৰ খিৰিকিৰ সিপাৰৰ কোমল ঘাঁহ-দলিচাত শুই শুই কথা পাতিছিল সিহঁতে ; পুৱাৰাতি।

সিহঁতৰ এই কথা বিলাকেই মোৰ বন্ধুৱা মনটোক একেবাৰে নিঃশেষ কৰি দিলে। সিহঁতৰ শৃঙ্গাৰ ৰসত মোৰ মনটো তিয়াই লৈ আলাসত বিহাৰ কৰিলো কিছু সময়। বেলা ক্ৰমে বাঢ়ি আহিছে। কম্বলৰ উমৰ পৰা যদিও ওলাবৰ ইচ্ছা যোৱা নাই তথাপিও বাহিৰৰ কুহুমীয়া সোণালী ৰ'দ খিনি দেখি লোভ লাগিছে। ঘৰটোৰ দুৱাৰখন কোনোবাই বহলকৈ মেলি থৈ গৈছে। তাৰ মাজেৰেই ফ্ৰেমত বন্ধাই থোৱাৰ নিচিনাকৈ দেখিছো ঘেঁহু ডৰা, গছ কিছুমান, অলপ দূৰৰি বনৰ গালিচা আৰু ঘৰ এটাৰ চুকটো। ঘৰটোৰ ছালৰপৰা তেতিয়াও দুই এটোপালকৈ ওপৰত জমা হোৱা নিয়ৰবিলাক পৰি আছে। টোপবোৰ পৰোতে চিক্‌মিক্‌কৈ জ্বলি উঠিছে ৰ'দালিত। গছবিলাক কেইদিনমানৰ আগতেও ইমান সেউজীয়া নাছিল। কেৱল সেউজীয়াৰ পাতল আভা এটা আছিল। কিন্তু এই কেইদিনতেই সেউজীয়াৰ ওপৰত সেউজীয়া আৰু তাৰ ওপৰত সেউজীয়াবিলাক গোট মাৰি কলীয়া বৰণ ধৰিছে। গছৰ নাম দাৰু-হৰিদ্ৰা নহয়। কেৱল এবিধ গছৰ নামহে দাৰু-হৰিদ্ৰা। কিন্তু এই গোটেইবিলাক গছেই দাৰু-হৰিদ্ৰা। টোপনিৰ আল জাল নমৰোতে এই সেউজীয়াবিলাক দেখিলে আপোনা আপুনি লাহে লাহে চকু

মেল খাই আহে, অলপো কষ্ট নোপোৱাকৈ, সংঘাত নোহোৱাকৈ। প্ৰখৰ পোহৰত চকু মেল খায়। কিন্তু চাট্ মাৰি ধৰে। কিন্তু সেউজীয়াত মেল খায় লাহে লাহে। এই সেউজীয়াবোৰে মনত পেলাই দিছিল মোৰ চিৰসেউজী অসমীৰ কথা। মনত পেলাই দিছিল পৰ্বত বুলি কোৱা ঢাপবোৰ আৰু সিহঁতৰ বুকুনিঃসৃত জুৰি বুলি কোৱা পানী-বিলাক। আৰু আনি দিছিল এই জুৰিবিলাকৰ পাৰত বহি বৰফ শীতল পানীত ভৰি ছুখন পানী-গাঠিলৈকে ডুবাই দি আবোল তাবোল বকি থকা দিনবিলাকৰ সোঁৱৰণী। কল্পনাত বিভোৰ হৈ থাকি ভৰি ছুখন ঠেৰেঙা লাগি গৈছিল আৰু সঁচা বুলি ছুই চাইছিলো। আৰু মনত পৰিছিল ৰাতিপুৱা চিনেমা চাই ভাইটি, বাপু, পেটুগুটি, ভূপেনদা, মই আৰু জেনেট মিলি উদ্দেশ্য নোহোৱাকৈ ঘূৰি ফুৰি শেষত হোটেলে হোটেলে বিচাৰি খোৱা বস্তু গোটাই লৈ পাহাৰুৱা জঙ্গলৰ মাজত খোৱা আৰু তাৰ পিছত নাচৰ আখ্ৰা দিয়া দিনবোৰৰ কথা। ফৰিং এটা জাপ মাৰি মোৰ গাৰুটোৰ ওপৰতেই পৰিল। মোৰ পিনে চাই সি আগ ঠেং ছুখন ঘহাঁই কেৰ্ কেৰ্কৈ শব্দ তুলি আছে।—ফৰিঙে মনৰ কথা বুজি পায় নেকি ?

চাহ খাবৰ ইচ্ছা গৈছে আৰু অলপ অলপ ভোকো লাগিছে। কোনোবাই যদি বিছনাতে চাহ একাপ দি গলহেঁতেন! বুঢ়া-বেথাই গালি পাৰিব পাৰে, কব পাৰে—মেলেচ, পাগল,



বোহেমিয়ান। কিন্তু কন্কণীয়া ঠাণ্ডাত কম্বলৰ তলৰ পৰা ওলাই অহা কষ্টটো জানো কম ? ওলাই আহিবতো লাগিবই। কিন্তু ওলাই অহাৰ আগেয়ে কেফিনৰ কুপাত টোপনিৰ আমেজটো কটাই আহিব পাৰিলে মনত অলপ শান্তি। অশান্তিৰ ওলোটাটো শান্তি। কিন্তু শান্তি কি কোনেও নাজানে। অথচ শান্তি সকলোকে লাগে। সনাতনী প্ৰক্ৰিয়াৰ আশীৰ্বাদৰ শেষৰ লাইনটোও—ওম্ শান্তি, ওম্ শান্তি, ওম্ শান্তি।

অশান্ত মনটোক শান্ত্বনা দিব নোৱাৰাকৈয়েই নামি আহিলো। এতিয়াও ভাবা নাই দিনটো কি কৰিম। ৰ'দটো এতিয়াও টান হোৱা নাই। মিঠা-কাঢ়া জুতিতেই আছে। ওলাই যাব পাৰিলে ভাল লাগিব। যাবতো লাগিবই। কিন্তু ক'লৈ ?

গা-পা ধুই ব্ৰেকফাষ্ট খাই ললো। কাপোৰ-কানি পিন্ধি ওলাই আহিলো। তেতিয়াও নাজানো ক'লৈ যাম। হঠাতে মনত খেলালে যে কেম্ব্ৰিজৰ ইমান ওচৰত থাকিও ঠাইখন চোৱা নহ'ল। কিন্তু লগ এটা নহলে অকলে যাবলৈ ভাল নালাগে। কিন্তু লগ এটা বিচাৰি পোৱাও সহজ নহয়। কিছুমান কামলৈ গল। বাকী বিলাকৰ নিজা নিজা পৰিকল্পনা আছে। তথাপিও ইফালে সিফালে চাইছো যদি কোনোবা এটা ওলায়। ছোৱালী এজুম পাৰহৈ আহিলো। নিজে কব নোৱাৰাকৈয়েই সুধি পেলালো—"কোনোবা যাবা নেকি কেম্ব্ৰিজলৈ ?"

"ওঁ, যাম!"—ওলাই আহিল ক'লা চুলি আৰু ক'লা চকুৰে মোটাকৈ ককাল নোহোৱা তিৰোতাৰ নিচিনা ছোৱালী এজনী। তাইৰ ক'লা চকুহাল কুমজেলুকুৰাৰ নিচিনা তেলতেলীয়া কিন্তু সচ্চ। চুলিখিনি লম্বা কাৰণে, নহলে ঠৰঙা। সংসাৰৰ ধুমুহা সহ্য কৰিব পৰা নিপোটল আৰু ডাঙৰ হজৰ শৰীৰটো সঁচাকৈয়ে মনত সাঁচ ৰাখি যাব পৰা। এই গাঠলু বান্ধৰ ছোৱালীজনীয়ে বহুতো কিবা কিবি আশা কৰি মোৰ পিনে চাই আছিল, আলুলৈকে দাঁত কিটা উলিয়াই। হাঁহি থকা ছোৱালীজনীৰ গালৰ গাঁত দুটা দেখি সঁচাকৈয়ে ভাল লাগিছিল। তাইৰ কাষলতিৰ তলৰ পৰা ভৰিৰ সমকোণটো-লৈকে চিধা লাইনদালক বেঁকা বুলি কল্পনা কৰিবলৈ অলপো বিবেকত লগা নাছিল।

"ব'লা বাৰু।"

"মই এবাৰ আহিব লাগিব বেৰাকটোৰ পৰা। কোটটো লৈ আহিম। এক মিনিট ৰ'বা। একে দৌৰে আহিমগৈ।"

অৱশ্যে একে দৌৰে আহিছিলও। মই এই সময়খিনি ৰৈ আছিলো অধৈৰ্য্য হৈ। অধৈৰ্য্য হোৱাৰ কাৰণ অৱশ্যে নাছিল একো। ছোৱালী জাকৰ পিনে চাই অস্বস্তি বোধ কৰি অধৈৰ্য্য হৈছিলো। তাই কেতিয়া আহে কেতিয়া আহে লাগিছিল। তাই কিন্তু নাহেহে নাহে। সময় বোধহয় বেচি হোৱা নাছিল। বেচি যেন লগাৰ কাৰণ ঘৰীৰ কাটাতকৈ মোৰ মনটো বেগাই চলিছিল। চুইজাৰলেণ্ডৰ মানুহৰ বুদ্ধি



প্ৰখৰ হলেও মনতকৈ বেচি বেগী ঘৰী উলিয়াব পৰা নাই। দৰকাৰো নাই।

ইয়াৰ পৰা কেম্বি_জলৈ যাবলৈ বাচ নাই। মাৰ্চত গৈ বদলি কৰিব লাগিব। ওক গছ এডালৰ তলত ৰৈ থাকিলো দহ মিনিট মান। এইখিনি সময় কটাই দিলো ইফালে সিফালে চাই; ছোৱালীজনীৰ অস্তিত্ব পাহৰাৰ নিচিনা দেখুৱাই। কিন্তু মূৰত হলে অশৰীৰী হৈ তায়েই ঘূৰি আছে। সুবিশাল নহলেও বিশাল বপুৰ এই ছোৱালীজনী কায়া হেৰুৱাই মায়া হৈ থকা কাৰণেইহে ৰক্ষা। নহলে মূৰৰ ভৰত মোৰ ডিঙিটোৱেই বেঁকা হৈ গ'লহেঁতেন। বাচখন আহি মোক সাময়িক ভাবে হলেও উদ্ধাৰ কৰিলে। গাড়ীৰ একেবাৰে সমশেষত জুৰিয়া মাচিয়া এখন পালো। বহাৰ পিচত মোৰ আন এটা সমস্যা আহি পৰিল। আগেয়ে নেদেখা, নজনা, নুশুনা ছোৱালী এজনী; এতিয়া কথানো আৰম্ভ কৰো কেনেকৈ?

বিলাতী কথাত কয়—নিউকেচেললৈ কয়লা নিয়াতো মহা মূৰ্খামি। বিলাতী কানুনে কয়—পেৰিছলৈ বোলে নিজৰ পৰিবাৰক লৈ যোৱাটো মহা পাপ। তেনে দৰেই মহা অন্যায় হল—কাষত ছোৱালী এজনী বহুৱাইলৈ নিজে নিবুকাচামোন সাজি থকাটো। কথাখিনি ভাবি শেষ কৰাৰ লগে লগেই ঘপৰাই থাপমাৰি ধৰিলো যোচিৰ হাতখনত। অ—তাইৰ নামটো হেনো যোচি। মোৰ এসময়ত তিব্বতীয় হাউণ্ড এজনী আছিল। তাইৰ নামটোও আছিল যোচি।

মাষ্টাৰ যোচিক কথাটো কলত বৰ ভাল নাপালে। ইউৰোপীয় ছোৱালী এজনীক কলে বঙত উৎফুল্ল হৈ নুঠিলেও, বেয়া নাপালেহেতেন কিজানি। মাষ্টা ইউৰোপীয় নহয়। এচিয়ানো নহয় আৰু আফ্রিকাৰ গণ্ডীৰ ভিতৰতো নপৰে, ছোৱালীবোৰে পিন্ধোতে হলো-ফ্রকেই পিন্ধে কিন্তু তাৰ তলত থকা জাঙিয়াটোৰ প্ৰতি সদায়েই সতৰ্ক। শুনাত অৱশ্যে কথাটো বৰ ভাল নুশুনি কিন্তু মনৰ এই অৱস্থাৰ চিনাকি মূৰত থকা কেট্-ক'লা চুলিখিনিয়েই দিয়ে। কেট্-কলা চুলি ইউৰোপত বিৰলেই নহয়, পোৱাতো দুষ্কৰো। মোৰ মতে হলে ক'লা চুলিয়েই ভাৱপ্ৰৱণ মনৰ প্ৰতীক। আৰু এই ভাৱপ্ৰৱণতা এচিয়াৰ একস্বত্ব অধিকাৰ। কেলেই, ইউৰোপীয় মানুহে নাকান্দে নেকি? কান্দে, দুখ পালে কান্দে; কটা ঠাইৰ ওপৰত বেন্দেজ বান্ধি দিলেই কান্দিবলৈ এৰে। আৰু আমি? ছমাহ পিচত আন এঠাইত কাটিলেও, আগৰ কটা কথাৰ কথা সুৰঁৰি কান্দো। এয়েই ক'লা চুলিৰ গুণ। সোণালী চুলিৰ, মেকুৰী চকুৰা মানুহৰ কথা স্বকীয়া।

যোচিৰ চুলি বৰ্ কটা হলেও ক'লা। তাইৰ চুলিৰ কাট্টো আৰু বঙটোৰ মাজত অলপো সমন্বয় নাই। নীলা চকুৰ মাজত থকা সাপৰ চকুৰ নিচিনা ক'লা আৰু তেলেতীয়া মণিদুটা যদিও খাপ খাইছিল তথাপিও মুঠতে চকু দুটা ফ্রকটোৰ লগত খাপ খোৱা নাছিল। তাইক বোধহয় শাৰী পিন্ধিলেও নুশুৱালেহেতেন আৰু মেখেলা পিন্ধিলেও নুশুৱালেহেতেন। পাঞ্জাবী চেলোৱাৰৰ কথা ভবা নাই। দোপাট্টাৰ কিন্তু প্ৰশ্ন নুঠে।

কিন্তু তাইৰ ফ্রকটোৰ তলৰ অংশটো চকুত পৰাত মোৰ আন এটা কথালৈ মনত পৰিছিল—সৰু ছোৱালীবোৰ ডাঙৰ হৈ অহাৰ লগে লগে ফ্রকবোৰো ডাঙৰহৈ আহি থাকে। কিন্তু ফ্রকৰ এটা চাইজ আছে, তাতকৈ ডাঙৰ কৰিব নোৱাৰি। সেই চাইজতেই নিশ্চলহৈ থাকিবলৈ ছোৱালীবোৰে কিছুদিন অপচেষ্টা চলায়। তাতো যেতিয়া নচলে তেতিয়াহে লাহে লাহে মেখেলা বা শাৰী পিন্ধিবলৈ আৰম্ভ কৰে। কিন্তু আগৰ ফ্রকবিলাক যাব ক'লৈ? ব্লাউজৰ পৰিৱৰ্ত্তে সেইবিলাকেৰেই কিছুদিন চলাই দিয়ে। এই অৱস্থান্তৰ অৱস্থাৰ সময়টোত অনভ্যাসবশতঃ ছোৱালীসুলভ সাৱধানতাবিলাকে গঢ় নলয়। তেতিয়াই অসতৰ্ক মুহূৰ্ত্তত ফ্রকৰ আগ ওলায়, যেনেদৰে তাৰাতাৰিৰ কোবত ল'ৰাৰ ওলায় পায়জামাৰ আগ, ট্রাউজাৰৰ তলেদি।

যোচিৰো ফ্রকৰ আগটো তেনেকুৱা যেন লাগিছিল। কিন্তু লগতে ভাবিছিলো—"ল'ৰাৰ ট্রাউজাৰৰ তলেৰে ওলোৱা পায়জামাৰ আগটো দেখি ছোৱালীবোৰে বোধহয় একোকেই নাভাবে।" নাভাবিবতো। সৰীসৃপৰ আৰু ছোৱালীৰ শৰীৰতত্ত্বৰ কিবা পাৰ্থক্য আছে জানো? ছোৱালীবোৰ শাৰিৰীক ফালৰ পৰা সৰীসৃপৰ শাৰীৰ আৰু মনঃস্তত্ত্বৰ ফালৰ পৰা

বাস্তৱবাদী হোৱা কাৰণেই সিহঁত সদায়েই ভাল সঙ্গী; প্ৰেমত নপৰালৈকে। প্ৰেমত পৰিলে অনন্ত প্ৰবাহী তেলত সিজাইহে এৰিব।

যোচিৰ, চুইচ আৰু সিন্ধীৰ বৰ্ণশঙ্কৰ গাইৰ নিচিনা চকু দুটা দেখি সৰীসৃপতকৈও এখাপ তললৈ নামিবলৈ ইচ্ছা হৈছিল মোৰ। সৰীসৃপৰ তলত উভচৰ বেং। কিন্তু ভেকুলীৰ নিচিনা চকু নাছিল যোচিৰ। সৰীসৃপৰ তলৰ অৱস্থা, অথচ ভেকুলীৰ অৱস্থাও নহয়। এনেকুৱা অৱস্থাৰ কল্পনা কৰা যায়; কিন্তু এই অৱস্থাৰ প্ৰাণী দেখা নাযায়, আমাৰ এই বৰ্ত্তমানৰ পৃথিবীত। ভাৱ প্ৰকাশৰ ভঙ্গীৰ ফালৰ পৰা গাই গৰুৰ বোবা চকুৰেই চাই আছিল তাই মোৰ পিনে।

তাইৰ চকুৰ বোবা চাহনিটোৰ ভাৱ প্ৰকাশৰ ভঙ্গীটোত মই ইমান সম্মোহিত হৈছিলো যে কেতিয়া মই তাইৰ মুখৰ ওচৰ চাপি গৈছিলো, সেই পিনে মোৰ খেয়াল নাছিল। তাই কোন তলকত যে মোক বিৰাট বক্তৃতা এটা দিছিল —ল'ৰা ছোৱালীৰ সম্পৰ্কে, তাকো মই তলকিব পৰা নাছিলো। তাহাঁতৰ দেশত হেনো ল'ৰা ছোৱালীয়ে হাতত ধৰা ধৰি কৰাও মানা। (আমাৰ দেশতো। নহয় জানো?)

কিন্তু গোটেই বক্তৃতাটোৰ মৰ্ম মই উপলব্ধি কৰিব পাৰিছিলো, যেতিয়া যোচিৰ জিভাৰ আগটোৱে মোৰ গলৰ ভিতৰত সুৰসুৰাই দিছিল। (ইমান দীঘল জিভা!) মোৰ নিচিনা তায়ো আহিছিল সামাজিক আৰু পাৰিবাৰিক অনুশাসনৰ



গণ্ডিৰ পৰা ওলাই। নতুনকৈ উদ্ভিদতত্ত্ব পঢ়া ছাত্ৰই যেনে দৰে নতুন জ্ঞান আহৰণৰ আনন্দত হোষ্টেলৰ ৰান্ধনী ঘৰত ৰান্ধনিৰ আগত উৰহীক ডোলচিচ লেব্ লেব্ আৰু বিলাহীক লাইকোপাৰচিকাম্ এচকুলেণ্টাম্ বুলিকৈ বিদ্যা যাহিৰ কৰাৰ চেষ্টা কৰে তেনেদৰে যোচিয়েও মুক্তিৰ আনন্দত যৌনতত্ত্ব-জ্ঞান গোটেই খিনি মোৰ ওচৰত জাহিৰ কৰাৰ অপচেষ্টা চলাব খুজিছিল। অপচেষ্টা ঠিক নহয়। কিয়নো বিলাতত অপচেষ্টা শব্দটো চেষ্টাৰ ওলোটা নহয়। চেষ্টাৰ এটা অৱস্থান্তৰহে। কিন্তু মই হলে তাইৰ এই অৱস্থান্তৰৰ উচ্ছ্বাসত হতভম্ব হৈছিলো। বিকৃত মনঃস্তাত্বিক পৰ্য্যায়ত পৰা নাছিলো। অলপ লাজ লাগিছিল, কিন্তু ভালো লাগিছিল। অপাৰেচনৰ পিছত ক্লোৰোফৰ্মৰ আমেজত ভাহি থকা বেমাৰীৰ নিচিনা এটা অশৰীৰী অৱস্থাত ওপঙি আছিলো, বহু পৰ। মই মোৰ ভিতৰত আছিলো, বাহুখন সম্পৰ্কে সজাগ আছিলো আৰু সহযাত্ৰীবোৰৰ প্ৰতিও সজাগ আছিলো। কিন্তু সকলোবিলাক যেন বহুত আৰু বহুত আৰু বহুত আৰু বহুত মাইল দূৰৈত আৰু মাজতে এশ গজ কুৰঁলী। যোচিৰ এশ পঞ্চল্লিচ পাউণ্ডীয়া সত্বাটো গাতে লাগি থকা সত্বেও, তাই কুৰঁলীৰ এই পাৰে আহিব পৰা নাছিল। কুৰঁলীৰ বুকু ফালি জিলিকি আছিল তাইৰ চকু দুটা সহস্ৰটাহৈ আৰু জিলিকি আছিল ডেণ্টিষ্টে বনাই টেবিলত সজাই থোৱা দাঁতৰ নিচিনা, ৰঙা আলুৰে সৈতে দাঁত দুপাৰি। আলুত কিন্তু পায়োৰিয়াৰ লক্ষণ নাছিল।

আনন্দ শব্দটো একেবাৰে সাধাৰণ অৰ্থত ব্যৱহাৰ কৰা উচিত নহয়! কিয়নো, আনন্দৰ পিছত হেনো আৰু একো নাই। ঈশ্বৰবাদীসকলৰ মতে, জীৱাত্মা পৰামাত্মাৰ লগত মিলন হলেহে বোলে পৰম আনন্দ পোৱা যায়। কিন্তু এই আনন্দ পাবৰ কাৰণে মোৰ অলপো ইচ্ছা নাই। অৱশ্যে মৰাত একেবাৰে আপত্তি নাই। নাই, নাই; উঁহুঁ। নহব। মৰিব্ পাৰিনে?—অকলে অকলে মৰিব লাগে যে! যাবানে? হেৰা, যোচি! কুৰঙ্গ নয়নি, যাবানে মোৰ লগত?

অনাঈশ্বৰবাদী মোৰ অভিধানত আনন্দৰ অৰ্থ বিচাৰি ইমান দূৰ যাব নালাগে। আমি অলপ ধতুৰা মানুহ, আমাৰ অলপতেই আনন্দ। সেই দিনাৰ নাতিশীতোষ্ণ দিনটোত যোচিৰ সান্নিধ্যয়েই মোৰ কাৰণে যথেষ্ট আছিল আনন্দ-মুখৰ দিন এটা দিবলৈ। অনাবিল নহলেও সাবলীল আনন্দ-খিনিয়েই যথেষ্ট আছিল কেম্ব্ৰিজৰ সকলো কেম্ব্ৰিজত নষ্ট কৰি দিবলৈ। অৱশ্যে পাইছিলো গৈ কেম্ব্ৰিজ চহৰখন। আৰু ফুৰিছিলোও কলেজবিলাকৰ কোৰিডৰে কোৰিডৰে। ধুনীয়া ঘাঁহনিবিলাকো গচকি ফুৰিছিলো। আৰু চাইছিলো কলেজৰ হলবিলাকত থকা পৃথিবী বিখ্যাত লোকসকলৰ তেল-ছবিবিলাক, যি সকল লোক এই কলেজবিলাকৰ ছাত্ৰ



আছিল। কিন্তু গোটেইবোৰ চায়ো যেন চোৱা নহল। কিয়নো যোচি কাঠৰ নহয়, বাঁহৰ নহয় আৰু এই প্ৰকাণ্ড প্ৰকাণ্ড ঘৰবিলাক সজোৱা পাথৰবো নহয়। আজিৰ এই গণতন্ত্ৰৰ যুগত মনুষ্যত্ব তথা মানুহক উলাই কৰা কাৰোৱেই সম্ভৱপৰ নহয়। মই কোন কুটা? কাৰণ তিনিটা—এক নম্বৰ, যোচি মানুহ; দুই, তাই তাৰ উপৰিও ছোৱালী; তিনি নম্বৰে মই লৰা মানুহ। গতিকেই কলেজৰ ইমাৰত মোৰ চোৱা নহল। অৰ্থাৎ ইমাৰতে মোৰ মনত সাঁচ বহুৱাব নোৱাৰিলে।—মই ঘৰ বন্ধা ইঞ্জিনীয়াৰ নহওঁ।

চেৰিব্ৰেল হেমিস্ফেয়াৰত নে চেৰিবিলামত নে মেডুলা অবলঙ্গতাত নাজানো কিন্তু এইখিনি জানো যে মগজৰ দক্ষিণ-পূৰ্ব কোণৰ পৰা উৰ্দ্ধ-পশ্চিম কোণলৈকে গোটেই বগাই ফুৰিছিল, মণ্টেচৰী (মনতে ইশ্বৰী?) স্কুলৰ মজিয়াত বাগৰি ফুৰা ছয় পিঠীয়া, বাৰ সিৰীয়া, চাৰি চুকীয়া আখৰ জোৰাই সজা শব্দ এটা—যোচি। কিমান যোচি নাজানো। কেৱল যোচি, যোচি, যোচি, যোচি, যোচি, যোচি। কিমান যোচি সংখ্যা নাই। (হেৰা ছাপাখানাৰ ছপাওঁতা! পূৰাই যোৱা পাতৰ পিছত পাত, ফৰ্মাৰ পিছত ফৰ্মা। ে, া, ি, য, চ এই কেইটা অনাই লব পাৰা মোণকে মোণ) ধাৰাপাতত যিমান সংখ্যা আছে গোটেইবোৰ।

কেম্ব্ৰিজ চোৱা আৰু নহল।

—:*:—

লিখা নাছিলো কোনো দিনে। এই অলপ দিন আগলৈকে লিখাৰ অভ্যাসৰ ভিতৰত আছিল—

পৰম পূজনীয় দেউতা,

পঢ়া শুনা ভালেই চলিছে। টকা অলপ অতি সোনকালে পঠাব। ইতি—

..................

তাৰ পিচত কি এটা বায়ু উঠিল! উনপঞ্চাচ বায়ুৰ কোনটো নাজানো। কিন্তু হথাতে লিখি পেলালো। ৰাতি লিখো, পুৱা ছপাশালত দিওঁ। এনেকৈ কিতাপেই হৈ গ'ল এখন। খাতিৰতেই নে মুখৰ লাজতেই নাজানো, দুই এজন বন্ধু বান্ধৱে অখাদ্য হোৱা নাই বুলি কলে। গতিকেই আকৌ লিখিলো, বেয়া হল নেকি?

লিখকৰ নাম বুলি এটা পিছে দিছো। সেইটো যে মোৰ নাম নহয় তাক মই যেনেদৰে জানো, সকলো পাঠকেও জানে। কাৰণ পাঠক সকলৰ বুদ্ধি আছে। নিজক গাধা বুলি কোনেও নাভাবে। কোনোৱে কব পাৰে, আচল নামটো



কাপুৰুষেহে নিদিয়ে। কিন্তু কথা জানো সেইটো? মোক অসমত কেইজন মানুহে চিনি পায়? মই কিবা আনন্দ ৰাম ঢেকিয়াল ফুকন নেকি? নে বি-এ, জগন্নাথ? যদি তেওঁলোকৰ সমান হৰেঁা কোনোদিন তেনেহলে আজিৰ অসমীয়া সমাজৰ নাতি, পৰিনাতিয়ে মোৰ ফটো দেখি মোক চিনি পাব। আৰু মোৰ নাতি পৰিনাতিয়ে চ'ৰা ঘৰত ভেলেঙ্গীৰ গিৰিয়েকৰ শিঙত মোৰ ফটোখন মকৰাৰ জালেৰে সজাই থব। আৰু আমাৰ ককাদেউতা অমুক আছিল, তমুক আছিল বুলি কৈ পৰৰ যহত পোৱা বিড়ি ফুকি, মোৰ পৰা উত্তৰাধিকাৰ সূত্রে পোৱা আৰামী চকি খনত ঠেঙৰ ওপৰত ভৰি তুলি বহি থাকিব।

গতিকেই নাম নিদিয়াৰ কাৰণ আৰু বিশ্লেষণ ইমানেই।

সকলোৱে কৰা কথা আৰু দুটা মান কৰা নহল। (ভয়ো লাগে। সকলোৱে কৰা কাম যেয়ে নকৰে তাৰ ঠায়ো আনৰ লগত নাই। তাৰ কাৰণে জেল, য'ত পুৱা ক্ষমতা কেৱল চিভিল চাৰ্জনৰেই নহয়, মগজৰ বিশেষ বিশেষজ্ঞ দুই এজনৰো) যেনে—পাতনি মোৰ লিখোৱা নহ'ল। নিজৰ নামৰ শাৰীতকৈ লম্বা শাৰীৰ উপাধি থকা মানুহ চিনোতে চিনো দুই চাৰিজন। তেনেকুৱা বহুজনৰ লগত 'ভাল ঘনিষ্ঠতাও আছে। ইমান ঘনিষ্ঠতা আছে যে মই ক-খৰ কিতাপ এখন সিখি দিলেও তাৰ পাতনি লিখি দিব। এনেকুৱা কেইজনমানো আছে যি সকল কেইদিনমান

আগেয়ে মোৰ লগত পঢ়ি থকা ল'ৰা আছিল। আজি কালি মানুহ (?) হৈছে। এই সকলেতো এটা কুৰ্ণিচ আৰু ডেৰটা চালাম কৰি পাতনি লিখি দিলে হেতেন ( মোক কটা কটি কৰিবৰ সকলো ক্ষমতা দি ) পিছে বৰ বেয়া সময়ত অৱতাৰ হলো। পাতনিৰ জোৰত কিতাপ বেচা দিন আৰু নাই ( হে মোৰ সোণালী দিন! যুদ্ধৰ যুগতেই তোমালোক গ'লা )।

আগকথা লিখা নহল। পাঠকৰ ওচৰত এই কিতাপেই মোৰ পৰিচয়। সাহিত্যত মোৰ মাৰ্কা একোৱেই নাই। বিশ্ববিদ্যালয় বিলাকে দুই এক দিছিল। কিন্তু সাহিত্যত দিয়া নাছিল। অৱশ্যে চেষ্টাও কৰা নাছিলো।

এতিয়া লিখা খিনি আগ কথা নহৈ মাজ কথাহে হ'ল। মাজ কথাই হওক বা শেষ কথায়েই হওক, মোৰ আনন্দ এই খিনিতেই যে গালি পাৰিলে মানুহে মোকেই গালি পাৰিব; পাতনি লিখোঁতাৰ উপাধীক গালি পাৰিব নোৱাৰে।

মোক গালি পাৰিবৰ ক্ষমতা সকলোকে দিলো। সৰুতে ভাবিছিলো, কিতাপত ছপা কৰা সকলো কথায়েই সঁচা। ডাঙৰ হোৱাৰ পিচতো শতকৰা এশ ভাগেই মিছা হব পাৰে বুলি অৱশ্যে ভবা নাই। কিন্তু মই লিখা কথা-বিলাকৰ কিমান ভাগ সঁচা, কিমান ভাগ মিছা তাৰ হিচাব দিব নোৱাৰিলো।

চোমাৰচেট মমে ইমান কথা, ইমান কিতাপত লিখিও



হুলপ কৰি কব নোৱাৰে যে তেওঁ আনৰ লিখা পঢ়া নাই। ডাঙৰ লিখকবিলাকে সময় পালে নিজৰেই আগৰ লিখনিবিলাক হয়টো আকৌ পঢ়ি চাব পাৰে ( কেঁচা ছপা চোৱাৰ পিছত। ) কিন্তু মই সেই সুযোগ পোৱা নাই, কাৰণ মোৰ লিখনি নায়েই। পিচত কি হয় নাজানো। গতিতে আনৰ লিখনি পঢ়া অভ্যাস হৈছে। নকল কৰা অভ্যাস নাই যদিও, স্মৃতি শক্তি অলপ আছে। গতিকে আনৰ ভাব ধাৰাৰ প্ৰকাশ ভঙ্গিৰ, কৰবাত চেগাচেৰেকাকৈ চিটিকনি পৰিব পাৰে। ধৰিব পাৰিলে গালি পাৰিলে ভাল পাম। খবৰ কাগজত লিখিলে লাজ পাম।

আপুনি, ওঁ, আপোনাকেই কৈছো। আপুনি জানো কেতিয়াবা আগকথা পঢ়ে? কিন্তু এইবাৰতো পঢ়িলে? আগকথা নহয়, মাজ কথা। পিছে কথা হল—

কাকনো বুলিম ককা,
আটাইৰে দাৰি চুলি পকা।

কেৱল মোৰেই নহয়। গোটেই ল'ৰাখনৰ কথা হল ছাৱালী। ছোৱালী আৰু ছোৱালী। চাৰিও পিনে ছোৱালীময়, এই ছোৱালী-মাৰ্কা দেশখনত।

বেঞ্জো আহি আছিল আমাৰ লগত তিনি দিন দুই ৰাতি। বেঞ্জোৰ নাম মই জনাত বেনাৰ্জী আছিল। কোষ্ঠিত লিখা আছে বন্দোপাধ্যায়। আজিকালি বেঞ্জো হল।

কুকুৰা পোৱালীয়ে কণীৰ চোকোৰা ফুটাই ওলায়েই খুটি

খায়। বিলাততো খুটি খাব লাগে। বেঞ্জো মুৰ্গি নহয় আৰু বিলাতীও নহয়। কিন্তু সি খুটি খাব শিকিছে। সি আহি পোৱাৰ দিনাখনেই তাৰ কপালত নাচ আছিল। এই নাচতেই বঞ্জোৰ খোট পৰিল চিলভিয়া ৰবিনচনৰ কপালত।

চিলভিয়া আছিল হটঙা, চেপেটি আৰু ভদ্ৰ, অমায়িক। মোৰ অৱশ্যে সেই সময়ত চিলভিয়াৰ কথা জনাৰ কোনো উপায় নাছিল, দৰ্কাৰো নাছিল। কিন্তু বেঞ্জোৰ খোট চিলভিয়াৰ কপালৰ পৰা উফৰি মোৰ কপালত পৰিল। চিলভিয়াৰ লগত মোৰ প্ৰথম ৰজনীত বেঞ্জো আছিল লণ্ডনগামী ৰেলত মেকিনটোচ সাৰতি। যাবৰ সময়ত সি দুখ কৰা নাছিল আৰু চিলভিয়ায়ো কন্দা নাছিল। কিন্তু বেঞ্জোই তাইক মোক সঁপি দিওঁতে তাই তাইৰ গোটেইখিনি অন্তৰেৰে তাকেই মানি লৈছিল। কিয় নাজানো। এই সমৰ্পণৰ পিচত মই হলে জল্পনা কল্পনা কৰিছিলো—নব-বিবাহিত দম্পতীৰ ভবিষ্যতৰ অবান্তৰ কল্পনাৰ নিচিনা। কল্পনাত বাধা নাই আৰু তাত অসাম্ভাব্যতাও নাই। আজিও মোৰ স্মৃতিত গঁঠা আছে গোটেইবোৰ কথা, ফচিলৰ বুকুত বছৰৰ সাঁচ লিখা থকাৰ নিচিনা, গৰুৰ দাঁতত বয়সৰ চাপ থকাৰ নিচিনা।

চিলভিয়াৰ লগত কটোৱা এঘাৰটা সন্ধিয়াই ভাৰতৰ লগত বিলাতৰ বিভিন্নতা গুছাই দিছিল মোৰ মনত। বিলাতী মানুহ সম্পৰ্কে থকা যৎসামান্য জড়তাও মোহাৰি নোহোৱা কৰি দিছিল। চাহাবক মানুহৰ শাৰিত স্থান দিবলৈ আগেয়ে



যিমান টান লাগিছিল, এতিয়া চিলভিয়াই বহুটো সহজ কৰি দিলে। সেয়েহে আজি ভাবিছো—চিলভিয়াই অৱশ্যে মোৰ এঘাৰটা দিনৰ স্নিগ্ধ, কোমল সন্ধিয়া কেইটা নিলে; কিন্তু বিনিময়ত হেজাৰ হেজাৰ সন্ধিয়াত লাভ কৰিব নোৱাৰা জ্ঞানৰ ভাণ্ডাৰ দি থৈ গল।

সেই সন্ধিয়াটো জ্বল জ্বলকৈ জ্বলি আছে আকাশ নোহোৱা পৃথিবী এখনৰ একমাত্ৰ তৰাৰ নিচিনা। সেইদিনা আমি অন্ধকাৰ ৰাতিটোৰ ভিতৰত সোমাই গৈছিলো। অন্ধকাৰত নিজৰ অস্তিত্ব হেৰুৱাই পেলাইছিলো। তেতিয়া আনৰ মানতো আমাৰ অস্তিত্ব নাছিল। সেয়েহে তাই মোৰ বুকুৰ মাজত সোমাই, তাইৰ বুকুৰ শিল চটা গুছাই মোৰ আগত গোটেই খিনি উজাৰি দিছিল। তাইৰ প্ৰতি কথাই কথাই ফুলি ফুলি উঠা বুকুখনে মোৰ বুকুত অজস্ৰ সাঁচ বহুৱাই গৈছিল। মাজে মাজে তাইৰ কলিজাৰ দুই এটা স্পন্দন হেৰাই গৈছিল। তাইৰ এই হেৰাই যোৱা স্পন্দন কেইটা মই পুৰাই দিবলৈ বৃথাই অপচেষ্টা চলাব খুজিছিলো।

থোকা থোকি মাতেৰে তাই আৰম্ভ কৰিছিল—

"মোৰ মাৰ উপাধীও ৰবিনচন আছিল। আমাৰ সমাজত পিতৃত্বৰহে প্ৰাধান্য। কিন্তু তথাপিও মই মাৰ উপাধীহে ললোঁ। কাৰণ মোৰ আৰু আন উপায় নাই। দেউতাক মই দেখা নাই, নামো নাজানো আৰু মায়েও নাজানে। একেবাৰে সৰুৰ সকলো কথা মোৰ ভালদৰে মনত নপৰে।

যিখিনি পৰে সিও বেয়া আইনাত উঠা প্ৰতিবিম্বৰ নিচিনা। মাক মই দেউতাৰ কথা সোধাও নাছিলো কোনো দিনে। অকণমান জ্ঞান হবৰে পৰা যদিও মই পিতৃ এজনৰ অভাৱ অনুভৱ কৰিছিলো, তথাপিও কিবা যেন এটাই মোক কৈ দিছিল যে এই বিষয়ে মই কাকো সোধা উচিত নহব। এই বিষয়ে নিজে নোসোধাকৈয়েই অযাচিতে গাৱঁৰ সকলোৰে আইতা পেগি বুঢ়িয়ে এদিন সকলো কথা ভাঙি কৈছিল

মাৰ মাক-দেউতাকে হেনো কাম কৰিছিল লৰ্ড অগলচ্‌বিৰ খেতি পথাৰত। মাৰ বাহিৰে ল'ৰা-ছোৱালী বুলিবৰ তেওঁলোকৰ আৰু কোনো নাছিল। আলাসৰ লাৰুৰ নিচিনা ডাঙৰ দীঘল কৰা কাৰণে মা অলপ গৰবিনীয়ে নাছিল তেনেও নহয়। তাৰ উপৰি মাৰ নিচিনা দেখনিয়াৰ ছোৱালী হেনো সেই অঞ্চলত নাছিল। মা আছিল সৰু মুচৰিয়া, মোতকৈ বহুটো চুটি। ঠিক যেন জাপানী পুতলাটোহে। হৰিণাৰ মাংসই বৈৰী হোৱাৰ দৰে মাৰো ৰূপটোৱেই কাল হ'ল।

বছৰি খেতি চপোৱা হোৱাৰ পিচতেই জমিদাৰে, মানে লৰ্ড অগলচ্‌বিয়ে একোটা ভোজ উৎসৱৰ ব্যৱস্থা কৰিছিল। অকৃপণ হাতেৰে তেওঁ দুয়ো হাতে টকা ঢালি দিছিল। খোৱা বস্তুৰ যেনেদৰে উভৈনদী হৈছিল তেনেদৰে সুৰাবো বান উঠিছিল। এই বন্যাত ভাহি সকলোৱে এৰাতিৰ কাৰণে হলেও গোটেই বছৰৰ হাড়ভগা পৰিশ্ৰমৰ অৱসাদ পাহৰি পেলাইছিল। এনেকুৱা এটা উৎসৱ মুখৰ ৰাতিতেই মোৰ



কণ মেলিছিল। কোনেও নাজানিলে, সেই ৰাতি অহা নাবিকজন ক'ৰ আৰু কোন, আৰু কেনেকৈ সেই উৎসৱৰ মাজলৈ আহিছিল। আজিলৈকেই এটা ৰহস্য হৈয়েই থাকিল। পেগি আইতাই হলে কয়, মোৰ নাকটো হেনো সাইলাখ একে সাঁচতে গঢ়া।

মাৰ বয়স তেতিয়া মাত্ৰ পোন্ধৰ। জন্মৰে পৰা মোৰ একমাত্ৰ লগৰী হ'ল মা। অৱশ্যে লগৰী হোৱাৰ কথা নাছিল। কাৰণ প্ৰথমতে মাই মোক যেনে ব্যৱহাৰ কৰিছিল, সেই ব্যৱহাৰৰ পিচত আৰু সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক গঢ়ি উঠাৰ কোনো প্ৰশ্ন নুঠে। অৱশ্যে আজিহে বুজিছো যে মাৰ তাত দোষ অলপো নাছিল। সমাজৰ ভয়ত সকলোৱেই কৰে। তাৰ উপৰি নিজৰ দুখৰ পথৰ বগৰীৰ জেং সকলোৱেই আতৰাবৰ চেষ্টা কৰিব। মাই দেউতাক চিনিকেই নাপালে। এৰাতিৰ অতিথিৰ সন্তানক নিজৰ পেটত ঠাই দিবলৈ মাই নিশ্চয় টান পাইছিল। কিন্তু বেচেৰীয়ে নোৱাৰিলে। তেতিয়াৰ পৰায়েই মা আৰু মই লণ্ডনত আছো। পূব-লণ্ডনৰ লেতেৰা এলেকা এটাত থাকো আমি। তাত সোমোৱা দিন ধৰি আজিলৈ ঘৰ বদলোৱা কথা আমি কোনেও ভবা নাই। ভবাৰ পিচত কৰিবলগীয়া কাম খিনি কৰিবৰ সংস্থান থাকিলে হয়তো ভাবিলোহেঁতেন। কিন্তু সেই সুযোগ আৰু ঘটা নাই।

মাই মানুহৰ ঘৰে ঘৰে কাম কৰি ফুৰিছিল। গধূলিৰ সময়খিনিও নিজিৰাই ফিচ্‌ এণ্ড চিপ্‌চৰ দোকান এখনত

পৰিচাৰিকাৰ কাম কৰি সপ্তাহত আৰু এপাউণ্ডকৈ পাইছিল। তথাপিও দুটা পেট পোহ যোৱাটো যুদ্ধৰ পিছত মুখৰ কথা নাছিল। পইচা পালেও বস্তু নাপায়। সকলো বস্তুৰেই ৰেচন, ৰুটিৰ ৰেচন, মঙহৰ ৰেচন। চেনীতো একেবাৰেই মহাৰ্ঘ্য। সেই সময়ৰ কথা এটা মোৰ এতিয়াও মনত আছে। আমাৰ ঘৰৰ ওচৰতে ভায়োলেট্ বোলা ছোৱালী এজনী আছিল। তাই কট্কটিয়া টান বান্ধৰ চোলাবিলাক পিন্ধিছিল। এই চোলাবিলাক এনে টান আছিল যে তাইৰ গাৰ ভাজ ভুজবিলাক ফট্ফটিয়াকৈ ওলাই পৰিছিল। ডাঙৰবিলাকে কোৱা শুনিছিলো—'ভায়োলেটে কাপোৰ নিপিন্ধাকৈয়েই দেখোন থাকি পাৰে।'

আমি ভাবিছিলো,—ভায়োলেটে বোধহয় বৰ ডাঙৰ চাকৰি কৰে। কিয়নো তাইক দিনে নিশাই আমেৰিকান মিলিটাৰী-বোৰে কেতিয়াবা জীপত, কেতিয়াবা বৰ বৰ ট্ৰাকত তুলি লৈ যায়। এদিন মোৰ আগতেই তাই অফিচাৰ এজনক এক চৰ মাৰি দিছিল। এইবিলাক তেতিয়া বুজা হোৱা নাছিলো।

এই ভায়োলেটেই এদিন মোক এডোখৰ চকোলেট দিছিল। সেই ডোখৰ কি মই জনা নাছিলো। মই দেখুৱাওঁতে আচৰিত হৈ মাই কৈছিল—'ক'ত পালি? চকোলেট সেই ডোখৰ।' জীৱনত সেয়ে প্ৰথম চকোলেট দেখা পাওঁ। তাৰে অকণমান খাই বাকীখিনি টেবিলত থৈ দিছিলো। ৰাতি শোৱাৰ



পৰা সাৰ পাই তাৰে আৰু একামোৰ খাইছিলো। কিন্তু ৰাতিপুৱা উঠি চাওঁ যে চকোলেট নাই। বোধহয় লিলিহঁতৰ মেকুৰীজনী 'ডোৰা'ই খাই পেলালে। সিদিনা যে মই গোটেই দিনটো কি কান্দোন কান্দিছিলো! মনত পৰিলে আজিও হাঁহি উঠে।

তেতিয়াৰে পৰা মই মেকুৰী দেখিব নোৱাৰো। যি বয়সত সৰু ল'ৰা-ছোৱালীয়ে কেৱল চকোলেট চোবায়েই থাকে সেই বয়সত মই চকোলেট এডোখৰ দেখা নাছিলো। অৱশ্যে যুদ্ধৰ পিছত মোৰ নিচিনা বহুতেই দেখা নাছিল। সেইটোৱেই মোৰ শান্তনা। তোমাক কেৱল এই এটা ঘটনাহে কলো।

তেতিয়া বুজা নাছিলো। এতিয়া বুজিছো যে গোটেই পৃথিবীতেই মোৰ নিচিনা হতভাগ্য ল'ৰা-ছোৱালী ভৰি আছে। হয়টো বহুতৰ কপালত মোৰ সমান ভাগ্যও লিখা নাই। গোটেই পৃথিবীত নিজৰ নিজৰ খাপত সকলো ল'ৰা-ছোৱালীয়েই সমপৰ্য্যায়ৰ; যেনেদৰে সমপৰ্য্যায়ৰ হল লণ্ডনৰ পিকাডেলি, পেৰিচৰ পিগাল, হামবুৰ্গৰ চেণ্টপাওলি বা ৰেপাবান, নিউয়ৰ্কৰ গ্ৰীণউইট্চ্ ভিলেজ আৰু একেদৰেই সগোত্ৰ ৰাউও-দি-জেনিৰোৰ কোপাকা বানা, চাওপোলৰ বাইয়া, ফ্লোৰিদাৰ মিয়ামি, হনলুলুৰ ৱাইকিকি। তথাপিও টেঙা আঙ্গুৰৰ নিচিনা ইও এটা শান্তনাহে। সেই ভয়াবহ দিনবিলাকৰ কথা পাহৰিব পাৰো জানো? বেচিভাগ ৰাতিয়েই

আলু সিদ্ধ খাই কটাইছিলো। যিদিনাখন গুৰি ট্‌চিজ দিয়া মিনষ্ট্ৰোনি পাইছিলো সিদিনাতো একেবাৰে ৰাজসিক খানা। এদিনাখন মায়ে যেতিয়া তেওঁৰ মেক্সিকান মালিকৰ ঘৰৰ পৰা অনা টাৰ্কিৰ মোলপোৱানো আৰু তৰটিল্লাচ পাতত দিলে সেইদিনা যি গো-গ্ৰাসে খাইছিলো তাকে দেখি মায়ে চকুৰ পানীৰে বাট নেদেখা হৈছিল। মাৰ কান্দোনৰ অৰ্থ বুজা নাছিলো কিন্তু মাক কন্দা দেখি ময়ো কান্দিছিলো অথচ খাবলৈও এৰা নাছিলো।

মোৰ দুখৰ কাহিনী কিমান শুনিবা? তোমাৰ চাগে আমনি লাগি গৈছে।"

"নাই, ঠিক আছে কৈ যোৱা।"

"তোমাৰ আজিৰ সন্ধিয়াটো তেনেই মাটি কৰি দিলো।"

"মুঠেই নহয়, মোৰ অলপো আমনি লগা নাই।"

"চোৱা, মোৰ অন্তৰত ইমান দিনে এইবোৰ গুজৰি গুমৰি আছে। এতিয়া কৈ কৈ অলপ পাতল লাগিছে। নহলে মই যে মৰি যাম! বেয়া নাপাবা। তোমাৰ এইকণ সময় মই নিলো কিন্তু তুমি মোক গোটেই জীৱনটো দিলা। তোমাৰ একো লাভ নহলেও, ভাবিবা, কাৰোবাৰ মনৰ দুখ পাতলোৱাত অলপ সহায় কৰিছিলা আৰু ঈশ্বৰে তোমাক প্ৰতিদান দিব।

"তুমি তেনেদৰে কেলেই ভাবিছা? কৈ যোৱা। গোটেই মন উজাৰি দিয়া। মই বেয়া পালোৱেইবা, তালৈনো কেলেই ভাবিছা?"



"হয়টো। বেয়া পালেও পালা।"

এই বুলি কৈয়েই তাই গৰু পোৱালীয়ে গাখীৰ খাওঁতে ওহাৰত খুন্দিওৱাৰ নিচিনাকৈ মোৰ বুকুত খুন্দিয়াই আৰু ওচৰচাপি আহিল, যদিও আৰু ওচৰলৈ আহিবলৈ ঠাই অকনো নাছিল। ওচৰলৈ অহাৰ এই শান্তনা লৈ তাই আৰম্ভ কৰিলে—

"সৰু কালৰ মনত পৰা দিনৰ ভিতৰত সকলোতকৈ বেয়া দিনবিলাকৰ ভিতৰত এটা হল, যিদিনা মায়ে মোক স্কুলত ভৰ্ত্তি কৰাবলৈ লৈ গৈছিল। বৰ স্ফূৰ্ত্তি পাইছিলো সিদিনা, আন আন ল'ৰা-ছোৱালীৰ দৰে পঢ়িব পাৰিম বুলি ভাবি। স্কুলটো অৱশ্যে অলপ দূৰত আছিল। আগেয়ে কোনোদিনে নেদেখা এই স্কুলখনৰ বিষয়ে মনতে বহুত কল্পনা কৰি থৈছিলো। মোৰ কল্পনাত এই স্কুলখন আছিল এতিয়া কল্পনা কৰা স্বৰ্গখনৰ নিচিনা। ভাবিছিলো, স্কুলতকৈ বোধহয় আৰু ভাল ঠাই এই পৃথিবীত নাই। দূৰৰ পৰা স্কুল ঘৰটো দেখি যিমান ভাল লাগিব বুলি ভাবিছিলো সিমান নালাগিল। মাৰ হাতত ধৰি মুখ গোমোৰা কৰি গেটৰ ভিতৰেদি সোমই গ'লো। তেতিয়াই ফ্ৰেদিৰ লগত প্ৰথম পৰিচয়।

"Good morning. Young lady."

"Morning."

তেওঁৰেই মাত দিছিল প্ৰথমে। ফ্ৰেদি, ইস্কুলৰ চকিদাৰ। বগা হলোচোলা এটা পিন্ধি গেটৰ মুখত ৰৈ থাকে। ৰাতিপুৱা ল'ৰা ছোৱালীবিলাক যেতিয়া আহিবলৈ আৰম্ভ কৰে, তেতিয়া ফ্ৰেদি ৰৈ থাকে চাৰিআলিটোৰ কাষত। হাতত থাকে দাণ্ডা লগোৱা বিৰাট ঘূৰণীয়া টিনপাত এখন। এই টিনপাত খনত লিখা থাকে "Stop"। ল'ৰা-ছোৱালীৰ জাক একোটা অহাৰ লগে লগে ফ্ৰেদিয়ে ৰাস্তাৰ সোঁমাজত থিয় হৈ যান-বাহন বন্ধ কৰি দিয়ে আৰু ল'ৰা-ছোৱালী বিলাকক হাতত ধৰি এটা এটাকৈ পাৰ কৰি দিয়ে। সকলোৱে কয়, ফ্ৰেদিৰ বয়স হেনো দুশ পঞ্চাচ বছৰ। ফ্ৰেদিৰ বয়স কিমান এই লৈয়েই আমাৰ মাজত বহুত দিন বহুত তৰ্ক-বিতৰ্ক হৈ গৈছে। আনকি মাৰামাৰি পৰ্য্যন্ত হৈছে। বেচি ভাগৰে যুক্তি হল এই যে সিহঁতৰ মাক বাপেকেও ফ্ৰেদিক এই স্কুলৰ চৌকিদাৰ হিচাবে দেখিছে। ফ্ৰেদি স্কুলখনৰ এটা ডাঙৰ অঙ্গ। ফ্ৰেদি নহলে স্কুল নচলে। ফ্ৰেদিয়ে গোটেই স্কুলৰ সকলোকে নামে মানুহে চিনি পাইছিল। এদিনাখন ৰাতিপুৱাই হুৱা-দুৱা লাগিল—ফ্ৰেদি নাই। আমি সকলোৱে ফ্ৰেদিৰ ঘৰলৈ গ'লো। ফ্ৰেদি বিছনাত পৰি আছে। আমাক দেখি জোৰকৈ অলপ হাঁহিলে আৰু কলে—'মইনাহঁত, বেজাৰ নকৰিবা; দুই



এদিনতে মই ভাল হৈ উঠিম আৰু তোমালোকক ৰাস্তা পাৰ কৰি দিম।' আমি দুখ মনেৰে ফ্ৰেদিৰ ঘৰৰ পৰা ওলাই আহিলো। তাৰ তিনি দিন পিচতে ফ্ৰেদি মৰি থাকিল। আমি সকলোৱে কান্দিলো। মাৰ্গাৰেট বাইদেৱে কান্দিলে, ভেৰা বাইদেৱে কান্দিলে, এভিলিন বাইদেৱে কান্দিলে, হেড মিষ্ট্ৰেচে কান্দিলে আনকি শৌচ কচা বিয়েট্ৰিচ বাইদেৱেও কান্দিলে। হেড মিষ্ট্ৰেচে আমাক বুজালে যে, ফ্ৰেদিক ঈশ্বৰে মাৰি নিলে। ঈশ্বৰে বিয়েট্ৰিচ বাইদেউক নামাৰি ফ্ৰেদিক কেলেই মাৰিলে আমি বুজিব পৰা নাছিলো। হেড মিষ্ট্ৰেচক সোধোতেও তেওঁ তাৰ উত্তৰ দিব নোৱাৰিলে। আমাৰ ধাৰণা আছিল—হেড মিষ্ট্ৰেচে সকলো কথা জানে। সেই দিনাৰ পৰা তেওঁৰ ওপৰত আমি আস্থা হেৰুৱাই পেলালো।

প্ৰথম দিন স্কুলত সোমায়েই হেড মিষ্ট্ৰেচৰ ৰুমত সোমাইছিলো। তাতে মোৰ নাম ধাম সকলো লিখি ললে। মোক দেউতাৰ নাম সোধোতে মাৰ মুখৰ পিনে চালো আৰু মায়ে কান্দি পেলালে। মাৰ কন্দাটো মোৰ কাৰণে একো ডাঙৰ কথা নাছিল। কিয়নো মাৰ হাঁহি মুখ মই কাচিৎহে দেখা পাইছিলো। মোৰ মানত মাৰ কন্দা মুখখন হেড মিষ্ট্ৰেচৰ মানত কিবা ডাঙৰ কথা এটা আছিল। তেওঁ চকিৰ পৰা উঠি আহি মাৰ গা-মূৰ পিহি দিছিল। তাৰ পিছত আচল কথাটো গম পাই মোৰ পিনে ঘোপাকৈ

চাই মূৰ জোকাৰি আছিল। মোৰতো দেউতা আছে। কেৱল নামটোহে নাজানো। এইটো যে এটা কি জগৰ লগা কথা হ'ল, মই বুজিবলৈ টান পাইছিলো। কিন্তু সিদিনাৰে পৰা মোৰ এটা ধাৰণা হল যে মই আন ল'ৰা-ছোৱালীতকৈ বেলেগ। তুমিতো নাজানা, ৰাপেকৰ নাম নজনা ছোৱালী এজনীৰ মনৰ অৱস্থা কেনেকুৱা হয়। মই ভাষাৰে প্ৰকাশ কৰি দিব নোৱাৰো আৰু তুমিও উপলব্ধি কৰিব নোৱাৰিবা।"

"তুমি এই কথাটোকে লৈ মূৰ গৰম কৰি থাকা কেলেই।"

"তুমি কি বুজিবা?"

"ইয়াৰ পৰা তোমাৰ লাভ একো নাই।"

"লাভ লোকচানৰ কথা একো নাই।"

"তেনেহলে কি?"

"এনেয়ে এই চিন্তাবোৰ আহি থাকে। বন্ধ কৰিম বুলি কৰিব নোৱাৰি।"

"চেষ্টা কৰা।"

"নকৰাকৈ আছোনে ইমান দিনে?"

"আগৰ কথা যাবলৈ দিয়া। আনৰ আগত কলে তোমাৰ বোজা বহুতো পাতলিব।"

"মই স্কুলত নাম লগোৱাৰ কিছুদিন পিছতেই বৰদিন আহিল। বৰদিনৰ কাৰণে সকলোৱে যো-জা আৰম্ভ কৰিলে। আমাৰ স্কুলতো এখন পেন্টোমাইন হোৱাৰ কথা।



সকলোকে পার্ট ভগাই দিছে। আমি কিছুমানে এভিলিন বাইদেউৰ তলত কেৱল গাবলৈ শিকিবলৈ আৰম্ভ কৰিলো। মোৰ দুদিনতে গোটেই মুখস্থ হৈ গল। তাৰে কিছুমান এতিয়াও মনত আছে—

O little town of Bethlehem,
How still we see thee lie!
Above thy deep and dreamless sleep,
The silent stars go by;
Let in our dark streets shineth
The everlasting light—
The hopes and fears of all the years
Are met in thee tomight—

অইনবিলাকৰ মুখস্থ নোহোৱা কাৰণে এভিলিন বাইদেৱে সকলোকে বকিলে। তেতিয়াৰে পৰা শ্ৰেণীৰ সকলোৱে মোক দেখিব নোৱাৰা হ'ল। বাইদেউ নোহোৱা হলেই মোক সকলোৱে জোকাবলৈ আৰম্ভ কৰে। আমাৰ দলত কিথ্ বুলি এটা বৰ বদমাচ ল'ৰা আছিল। সি আটাই-বোৰতকৈ ডাঙৰো আছিল। ৰাতিপুৱা মোক দেখা পোৱাৰ পিছতেই তাৰ প্ৰথম কাম হ'ল মোক দেউতাৰ নাম সোধা। তাৰ পিচতেই সি ডাঙৰকৈ হাঁহি দিয়ে। আৰু গোটেই জাকে তাতে যোগ দিয়ে। মই প্ৰথমতে কান্দিছিলো কিন্তু তাৰ পিছত সহিব পৰা হলো। ঘৰলৈ

গৈ মাৰ আগত কওঁ। কিন্তু মাৰ এনেয়ে কন্দনা মুৱা মুখখনৰ একো বিকৃতি নঘটে। কেৱল দুই চকুৰে সৰসৰকৈ পানী বাগৰিবলৈ আৰম্ভ কৰে। তাৰ পিচৰ পৰা মাৰ আগতো নোকোৱা হলো। কৈতো লাভ নাই। তাৰ উপৰিও মাৰ চকুপানী সদায় দেখি ভাল নালাগে। সেই কাৰণে স্কুলত যেনেদৰে সকলোৰে পৰা আঁতৰি থাকিবলৈ চেষ্টা কৰিবলৈ ধৰিলো তেনেদৰে মাৰ পৰাও পলাই ফুৰিবলৈ আৰম্ভ কৰিলো। মাই কিবা সুধিলে কওঁ, মাতিলে মাত দিওঁ নহলে নিজে উপযাচি একো কথা নকওঁ। ৰাতি শোৱাৰ আগতে সদায়েই মাক চুমা খাই শুইছিলো। তাৰ পিছতো সদায়েই মাক চুমা খাইছিলো। কিন্তু তাত উত্তাপ নাছিল—ঠিক চিক্‌মিকাই থকা হীৰা এডোখৰৰ নিছিনা। হীৰাৰ চিক্‌মিকনিৰ নিচিনা মাকৰ প্ৰতি দেখুৱাব লগিয়া মৰম শ্ৰদ্ধাৰ গোটেইখিনি নিদৰ্শনৰ চিক্‌মিকনি, মোৰ ব্যৱহাৰত ফুটি ওলাইছিল। মাৰ ফালৰ পৰা দোষ ধৰিবলৈ তাত একো নাছিল ; কিন্তু মায়েও ধৰিব পাৰিছিল যে দিনে দিনে মোৰ আন্তৰিকতা কমি আহিছিল। মোৰ আন্তৰিকতাহীনতাই মাক দিনে দিনে আৰু নিৰস কৰি পেলাইছিল, যিটো মই অলপো ভাল পোৱা নাছিলো কিন্তু তাৰ প্ৰতিকাৰ কৰিবলৈ মোৰ মনে নকৈছিল। মোৰ মনে ভবা কথাবিলাক মায়ে গম পোৱা বুলি মোৰ এটা দৃঢ় ধাৰণা হৈছিল। কিন্তু আমাৰ মনৰ এই অদৃশ্য যোগাযোগৰ সূত্ৰ মই বিচাৰি



পোৱা নাছিলো। এনেকুৱা অদৃশ্য সম্বন্ধ আৰু বন্ধনৰ কাৰণে মই বহুতো বেয়া কাম কৰিবলৈ সাহস কৰা নাছিলো। আমাৰ ওচৰ পাজৰৰ ল'ৰা-ছোৱালীবোৰে আমেৰীকান নিগ্ৰোবিলাকক জোকাইছিল। সিহঁতক দেখি মোৰো জোকাবলৈ এটা বৰ অদম্য বাসনা হৈছিল। কিন্তু মাৰ কথা ভাবি এই চিন্তা মনৰ পৰা আঁতৰ কৰিছিলো। মাই গম পালে বৰ খং কৰিলে হেতেন। নেদেখিলে মায়ে যে সকলো কথা গম নাপায় এইটো বহুত দিন পিছতহে গম পাইছিলো।

মোৰ তেতিয়া এঘাৰ বছৰমান বয়স হব। ব্ৰেন্ট বোলা আমাতকৈ অলপ ডাঙৰ ল'ৰা এটাক সদায়ে পাৰ্কত লগ পাইছিলো। আমাৰ মাজত যথেষ্ট বন্ধুত্ব হৈছিল। সি মাজে মাজে মোলৈ দুই এটা বস্তু লৈ আহিছিল। মাকৰ পৰা চুৰি কৰিব পাৰিলেই টফি, চকোলেট আদি বোজাই কৰি আনিছিল। এদিনাখন সন্ধিয়া লাগো লাগো। আমি ঘৰমুৱা হৈ এখোজ দুখোজকৈ আহি আছো। পাৰ্কৰ ওলোৱা বাটটোতে দুয়ো পিনে বউগান-ভিলিয়াৰ জাৰণি আছিল। বউগান-ভিলিয়াবোৰ বাঢ়ি গৈ ওপৰত মাজতে লগ খাইছিল। সেই কাৰণে এইডোখৰ বাট সুৰঙ্গৰ নিচিনা যেন লাগিছিল। এই সুৰঙ্গৰ ভিতৰখিনি দিনতে আন্ধাৰ। সেইদিনাখন আমি আহি আছিলো হাতত ধৰা ধৰিকৈ। সুৰঙ্গটোৰ মাজমান পাওঁতে হথাতে ব্ৰেন্ট বৈ গ'ল। ময়ো থমকিলো। তেতিয়া সি মোক বাউসীত ধৰি তাৰ পিনে

ঘূৰাই ললে। মই তেতিয়া কি হল বুজিবলৈ তাৰ মুখৰ পিনে মুখ তুলি চাওঁতেই সি মোক টপৰকৈ চুমা এটা খাই দিলে। মই আচৰিত হৈ গৈছিলো। সি আকৌ সাৱত মাৰি ধৰি চিনেমাত দেখাৰ নিচিনাকৈ দিঘলীয়াকৈ চুমা এটা খালে। তেতিয়াই মালৈ মনত পৰিছিল আৰু ভয় খাইছিলো কিন্তু ভাল লাগিছিল। তাৰ আগেয়ে চিনেমাত চুমা খোৱা দেখিলে মাজে মাজে ভাবিছিলো—"কোনোবাই মোক চুমা খালে বৰ স্ফূৰ্ত্তি হব।" কিন্তু ব্ৰেণ্টৰ কথা ভবা নাছিলো কোনো দিনে। তাৰ পিছত অৱশ্যে কেতিয়াবা ৰাতি শোওঁতে ভাবিছিলো—ব্ৰেণ্টৰ সুঠাম, মাংসল বাহুপেশী দুটাৰ কথা।

এইখিনি কৈয়েই তাই কিছুপৰ নিমাত, নিঃচল হৈ গল। বোধহয় তেতিয়া তাইৰ আকৌ ব্ৰেণ্টৰ বাহুলৈ মনত পৰিছিল। পুৰুষৰ বাহুৰ গঠন ছোৱালীৰ মনত একো বস্তুৰেই নহয়। কিন্তু সুগঠিত পেশী এটা পুৰুষত্বৰ প্ৰতীক। ব্ৰেণ্টৰ পৌৰুষৰ হিচাব লবলৈ হলে তাৰ এই পেশীৰ বাহিৰেও আৰু কিবা কিবি আছে। এইখিনি সময় বোধহয় তাই এই কিবা-কিবিবোৰ মনতে জুকিয়াই আছিল। হথাৎ যেন তাইৰ আগত ব্ৰেণ্টৰ নগ্ন ৰূপটো ওলাই পৰাত তাই চক্ খাই উঠিল আৰু লাজত কি কৰিব ভাবি নাপাই মোক চুমা খাই দিলে। তাইৰ এই দুখৰ কাহিনীবোৰ শুনাৰ পিছত, তাইৰ তপত ওঁঠ দুটা চেঁচা যেন বোধ হৈছিল আৰু বহু



সময় কথা কৈ থকা মুখখন টেঙা লাগিছিল। উত্তৰ দিবলৈ মোৰ হেঁপাহ অকনো নাছিল। ইমান দুখ কষ্ট পালেও সকলো কথায়েই গতানুগতিক আছিল কাৰণে দুখৰ কথা নভবাকৈয়ে দিনবোৰ চলি গৈছিল। তাৰ উপৰি আমি থকা অঞ্চলটোৰ সকলো মানুহেই দুখীয়া আছিল কাৰণে দুখ বোলা কোথাটো সিমান অনুভৱ কৰা নাছিলো। কিন্তু মোৰ দুখে কুলাই পাচিয়ে নধৰা হ'ল যেতিয়া মা এটা বৰ টান নৰিয়াত পৰিল।

কেইদিনমানৰ কাৰণে মই স্কুললৈ যোৱা বন্ধ কৰিলো। জীৱনত একেবাৰে অকলশৰীয়া হোৱা এয়েই প্ৰথম। বেয়া লাগিছিল আৰু ভয়ো লাগিছিল। কি কৰিম, কেনেকৈ চলিম এই বিষয়ে একো ভাবিব পৰা নাছিলো। মা আস্পা-তাললৈ যাবৰ সময়ত মোক উপদেশ দিবলৈ তেওঁৰ তত নাছিল। সংজ্ঞাহীনা মাক ষ্ট্ৰেচাৰত তুলি লোৱা মতা নাৰ্চ কিটাইও মোৰ পিনে চাইছিলহে কিন্তু একো কোৱা নাছিল। কবৰ হয়টো সিহঁতৰ বহুতেই আছিল কিন্তু কব-লগীয়াটো অনুভৱ কৰা নাছিল। সিহঁতে চাগে দিনটোতে এনেকুৱা কতনা ঘটনা প্ৰত্যক্ষ কৰে, লণ্ডনৰ নিচিনা বিৰাট চহৰখনত!

এৰাতি অকলে থাকিলো ঘৰটোত। ৰাতি কিন্তু টোপনি নাহিল। অলপ আহোঁ আহোঁ হলেই সাৰ পাওঁ আৰু গাটো জিকাৰ খাই উঠে। তেতিয়া চিঞৰি কান্দি দিবৰ মন

যায়। লাজ আৰু অহঙ্কাৰে বাধা দিয়ে। ভাবো—মই যদি কন্দা কথাটো ওচৰচুবুৰীয়া ল'ৰা-ছোৱালীবোৰে গম পায় তেনেহলে মোৰ নাক কটা যাব, সিহঁতৰ আগত ওলাব নোৱাৰিম। এনেদৰে কোনো মতে ৰাতিটো কটাই দিলো। পিচদিনাখন গধূলি হোৱাৰ লগে লগে আগদিনাৰ কথা মনত পৰিল। ভয়ত ঘৰৰ ভিতৰ সোমাবৰ সাহ নহয়। বাটৰ চিৰিটোতে বহি থাকিলো। লাজ, মান ঠেলি কেতিয়া কান্দোনটো ওলাই আহিছিল কব পৰা নাছিলো। সম্বিত ফিৰাই পাইছিলো যেতিয়া বুঢ়া মিকে মূৰত হাত ফুৰাই দিছিল। মূৰ তুলি চাই দেখো বুঢ়াই মোৰ পিনে চাই হাঁহি আছে। মিকে ল'ৰা-ছোৱালীবোৰক চুচকু পাৰি দেখিব নোৱাৰিছিল। সেই কাৰণে মোক তেনেকুৱা ব্যৱহাৰ কৰাত বৰ আচৰিত হৈছিলো। আচৰিত হৈ মই কান্দিবলৈকেই পাহৰি গলো। ৰেলৰ ইঞ্জিনটো থমাৰ আগতে ফচ্ ফচ্ কৰাৰ নিচিনাকৈ ময়ো অলপমান ফচ্ ফচ্ কৈ ফেঁকুৰি একেবাৰে বন্ধ হৈ গলো। বুঢ়াই সুধিলে—

"কিয় কান্দিছা মইনা?"

"মা নাই।"

"কি হ'ল? কেতিয়া ঢুকাল?"

"নাই, ঢুকোৱা নাই।"

"তেনেহলে কলৈ গ'ল?"

"আস্পাতাললৈ গ'ল।"



"কেতিয়া গ'ল?"

"যোৱা কালি।"

"তেনেহলে ক'ত, কেনেকে আছা?"

"ইয়াতে আছো। বৰ ভয় লাগে।"

"ইচ্, লাগিবটোন।"

"মোক মাত দিলেই হল হয় নহয়।"

মই তেতিয়া পেটে পেটে ভাবিছিলো—বুঢ়াৰ যিটো মূৰ্ত্তি। কোনো ল'ৰা-ছোৱালীয়েই মাতিবৰ সাহ নকৰে। মিক বুলি মাত দিলেই বুঢ়াই হিতিৰ কৈ উঠে। কেতিয়াবা কেতিয়াবা হাতত থকা লাঠিডাল লৈ খেদি যায়। সেই হেন বুঢ়াটোক মাত দিয়াৰ কথাটো অবান্তৰ, অবাস্তৱ সপোনতো কল্পনা কৰিব নোৱাৰি। বুঢ়াৰ কিন্তু কিয় খং উঠিছিল আমি ধৰিবই পৰা নাছিলো। এই ঘটনাৰ কেইদিনমানৰ পিছতহে গম পাইছিলো। আচলতে বুঢ়াৰ নাম মিক নাছিল। বুঢ়া আইৰিচ আছিল আৰু আইৰিচবোৰক হেনো মিক বুলি জোকায় যেনেদৰে ফৰাচী মানুহক ফ্রেঞ্চি আৰু জাৰ্মান বোৰক স্কোয়াৰ-হেড বোলে। ল'ৰা-ছোৱালীবোৰৰ কোনেও বোধকৰো কথাটো নাজানিছিল, কেৱল আগৰ চাম ল'ৰা-ছোৱালীৰ পৰা বুঢ়াক জোকোৱাৰ অধিকাৰ উত্তৰাধিকাৰ সূত্ৰে পাইছিল। আৰু ইতিমধ্যে বুঢ়া যদি নমৰে তেনেহলে আমাৰ পিছৰ জাকে পাব। সকলোৱে মিকক বুঢ়া বুলি ক'লেও কিন্তু সিমান বুঢ়া হোৱা নাছিল অৰ্থাৎ আলৰ হোৱা নাছিল।

মোক নিমাত হৈ থকা দেখি বুঢ়াই আকৌ ক'লে—
"ঠিক আছে। এতিয়া ভয় নকৰিবা মই আছো নহয়। আগেয়ে খবৰ নিদিলা নাই, আজিৰ পৰা তোমাৰ আৰু ভয় নাই, তোমাৰ কি কি অসুবিধা আছে মোক কবা, মই সকলো ঠিক কৰি দিম।"

এট গোটেইখিনি কথা বুঢ়া মিকে একে উশাহে কৈ শেষ কৰিলে। কথাখিনি কওঁতে মই বুঢ়াৰ মুখৰ পিনে চাই আছিলো। কথাৰ শেষত বুঢ়াৰ মুখখন অস্বাভাৱিক ভাবে ৰঙা পৰিছিল আৰু মানুহটো অলপ কঁপা যেনও বোধ কৰিছিলো। তাৰ পিছত মোক হাতত ধৰি টানি তুলি কৈছিল—"ব'লা ইয়াত এনেদৰে মন মাৰি বহি থাকিব নালাগে। অলপ মুকলিলৈ গলে গা মন ভাল লাগিব।"

তাৰপৰা আমি পাৰ্কৰ পিনে গ'লো। বাটতে মিকে মোক কিছুমান বাদাম আৰু লুজন কিনি দিলে। সেইবিলাক চোবাই চোবাই পাৰ্ক পাওঁমানে মই মাৰ কথা প্ৰায় পাহৰিলোৱেই। বুঢ়ায়ো ইটো সিটো কথাকৈ মোৰ মনটো ভাল লগাবৰ চেষ্টা কৰি আছিল। পাৰ্কত মিকে চিনেমা চাবলৈ লগ ধৰিলে। মইতো ভালেই পালো। চিনেমা চোৱাৰ সুযোগ মোৰ কেতিয়াবা কাচিতহে হয়। হলত সোমাই আৰু ভাল লাগিল। যেতিয়া গম পালো যে ক্লাৰ্ক-গেব্‌ল আছে। ক্লাৰ্ক-গেব্‌লৰ চিনেমা মই বৰ ভাল পাই ছিলো। এতিয়াও পাওঁ। তুমি পোৱা নে?



বহুত সময়ৰ মূৰত মই কথা কবলৈ সুযোগটো পোৱা সত্বেও কথা কৰৰ ইচ্ছা যোৱা নাছিল। থোৰতে 'ওঁ' বুলি কৈ থলো। তাই তেতিয়া ক'লে—
"তোমাৰ টোপনি ধৰিছে নেকি?"
"নাই, নাই ধৰা।"
"তেনেহলে তোমাৰ আমনি লাগিছে।"
"আমনি মুঠেই লগা নাই। তোমাৰ কথাবিলাক শুনি ........। থাকক বাৰু।"
"কি কব খুজিছা কোৱা।"
"বাদ দিয়া। তুমি কৈ যোৱা।"
"তুমি আগেয়ে কব লাগিব।"
"শুনিলে দুখ পাবা।"
"মোৰ জীৱনত দুখ সৈ সৈ এতিয়া দুখ সুখৰ প্ৰভেদ বুজিব নোৱাৰা অৱস্থা এটাত পৰিছো আহি। তুমি মোক কি দুখ দিবা? মোৰ গাৰ ছাল হিপোপটেমাচৰ ছালতকৈও ডাঠ।"

"তোমাৰ কথাবিলাক শুনি আমেজ লাগি গৈছে। সৰুতে বুঢ়ি আয়ে গৰমৰ দিনত, আগচোঁতালত ঢাৰি-পাতি আমাক শুৱাই লৈছিল। তাৰ পিছত গামোচা এখনেৰে ম'হ খেদি খেদি আমাক এটাৰ পিছত এটা কৈ লানী-নিছিগাকৈ সাধু কৈ গৈছিল। সাধু শুনি শুনি আমি কব নোৱাৰাকৈ কেতিয়াবা টোপনি গৈছিলো। আজিও মোৰ ঠিক তেনেকুৱা লাগিছে।"

"তুমি মোৰ কথাবিলাক বিশ্বাস কৰা নাই, নহয় ?"

"নহয়, নহয় ; তুমি ভুল বুজিছা। অবিশ্বাসৰ প্ৰশ্ন ইয়াত উঠা নাই। মই কেনেকুৱা লাগিছে তাকেহে কৈছো। মই তেতিয়াই নকব খোজা নাছিলো ? তুমি জোৰকৈ কবলৈ বাধ্য কৰালা। ছোৱালীবোৰ এনেকুৱাই। মই জানো নহয়।"

"হৈছে, হৈছে। ছোৱালীৰ বদ্‌নাম কব নালাগে।"

"কোৱা এতিয়া" এই বুলি কৈয়ে মই তাইক অলপ ঠেলি ভৰিখন সলাই ললো। মোৰ সোঁ-ভৰিখনত হেলান দি একেবাৰে গেলাই দিলে। তত নোহোৱা ভৰিখনত লাহে লাহে তত ফিৰি আহিল। কিন্তু তাৰ পিচতেই জিন্‌জিনাবলৈ ধৰিলে। সেই জিন্‌জিননি নথমালৈকে মই কথা কব পৰা নাছিলো। তায়ো মতা নাছিল কাৰণ মাজৰ আমাৰ এই তৰ্ক খিনিয়ে তাইৰ খেই হেৰুৱাই দিলে। কথা বিলাকতো পানী নহয় যে বান্ধি দিলেই উপচি পৰিব। কথা এবাৰ বন্ধ হলে হলেই। পাহাৰীয়া সৰু জুৰি বালিৰ পাহাৰেৰে বান্ধি দিলে জুৰিৰ কিবা জানো অস্তিত্ব থাকিব ?

বেছ কিছু সময় ললে তাই কথাৰ আঁত উলিয়াই নতুনকৈ আৰম্ভ কৰিবলৈ।

"চিনেমা চাওঁতে মই বৰ মনযোগ দিয়েই চাই আছিলো। কেৱল মিকে মাজে সময়ে মোৰ মনযোগটো ভাঙি দিছিল। ছবিখনত মই ইমান ৰস পাইছিলো যে মিকৰ অৰ্থ নোহোৱা অতপালি বিলাকৰ পিনে লক্ষ্য কৰিবলৈ



সময় কৰিব পৰা নাছিলো। কেৱল মাজে মাজে ভাব হৈছিল যে বুঢ়াৰ মন চিনেমাত নাছিল। বিৰক্তি বোধ কৰিছিলো, যেতিয়া সি মূৰৰ চুলিবোৰ আউল বাউল কৰি দিছিল। মাজে সময়ে গা-মূৰ পিহিও দিছিল। কিন্তু মোৰ বিৰক্তি অহাৰ বাহিৰে আন একো ভাৱ অহা নাছিল। হয়টো মিক মোৰ সমনীয়া ল'ৰা এটা হলে চৰকে এপাত মাৰি দিলোহেতেন। কিন্তু বুঢ়া মানুহ এটাকতো তেনেকুৱা ব্যৱহাৰ কৰিব নোৱাৰি। তাৰ উপৰি সিয়েই মোক চিনেমা দেখুৱাব লৈ আহিছে। এনেকুৱা দামী ঠাইত মই আগেয়ে কেতিয়াও বহা নাই। এই কথাটোৱেও মনত আন এটা প্ৰতিক্ৰিয়া কৰিছিল।

লোৰেন আৰু আলমাক দেখুৱাই সকলোতকৈ দামী ঠাইত বহাতোওতো মোৰ কাৰণে বৰ সৰু কথা নাছিল ! ছবি ঘৰত সোমাওঁতেই সিহঁতক দেখা পাইছিলো কিন্তু মিকৰ হাতত দামী টিকট দুটা দেখাৰ পিছত সিহঁতক মাতিবৰ ইচ্ছা নোহোৱা হল। ধাৰণা হৈছিল যেন সিহঁত বৰ নিকৃষ্ট স্তৰৰ প্ৰাণী। সিহঁতো আচৰিত হৈছিল যেতিয়া আমি সকলোতকৈ দামী পিছৰ ঠাইত বহিবলগীয়া বাটেৰে সোমাই গৈছিলো। সিহঁতৰ আচৰিত হোৱা ডাঙৰ ডাঙৰ চকু কেইটা দেখি মই গৰ্বত ফুলি গৈছিলো। সিহঁতেও চাগৈ মোক বৰ ডাঙৰ মানুহ বুলি ভাবিছিল। মই কেৰাহিকৈয়েই নাচালো সিহঁতৰ পিনে। বাথৰুমৰ পৰা ওলাই আহোঁতে তাত এৰি

থৈ অহা ময়লা বিলাকৰ কথা ভুলতেও নভবাৰ নিচিনা সিহঁতৰ অস্তিত্বকো পাহৰি যাবৰ চেষ্টা কৰিছিলো। কিন্তু সিহঁতৰ মুখবিলাকে মোৰ মনৰ পৰ্দ্দাত লুকা-ভাকু খেলি আছিল, ছবি ঘৰৰ ৰূপালী পৰ্দ্দাত ক্লাৰ্ক গেৱলৰ প্ৰতিমূৰ্ত্তি নেদেখালৈকে। অৱশ্যে সিহঁতক মই দেখিবও নোৱাৰিছিলো। সিহঁতক কেলেই, কোনো ল'ৰা-ছোৱালীৰ লগতেই মোৰ সৌহাৰ্দ্য নাছিল। কুকুৰ মেকুৰীৰ লগতো নাছিল। এতিয়া বুজিব পাৰিছো যে মই নিজকো কোনো দিনে ভাল পোৱা নাছিলো, এতিয়াও নাপাওঁ আৰু বোধহয় ভৱিষ্যতেও নাপাম।"

অৱশ্যে মোৰ উচিত নাছিল তৰ্ক কৰা কিন্তু বিনা প্ৰতিবাদে সকলো কথাকেই পাৰ হৈ যাব দিব নোৱাৰি। তাইতো পণ্ডিত জহৰলাল নেহেৰু নহয় যে জৰ্জফিল্ডত গোটেই অসমীয়া জাতিটোকে গালি পাৰি যাব আৰু আমি প্ৰতিবাদ কৰিবৰ স্বত্ব নোহোৱা অসমীয়াই চকু মুদি সহ্য কৰি যাম। অৱশ্যে জহৰলালৰ ক্ষেত্ৰত জহৰলালক যিমান ভয় লাগে তাতকৈ বেছি ভয় লাগে প্ৰমোচন লুব্ধ পুলিচৰ ডাণ্ডাক, ৰুৰকেলা-ভিলাই-দুৰ্গাপুৰ, যামচেদপুৰত তৈয়াৰ হোৱা লোহাৰ চাৰিবেৰক, দেশী ভাইৰ উৰ্ব্বৰ মস্তিস্কত উদ্ভূত হোৱা পি ডি এক্ট আৰু এই একে দেশী ভাইৰেই লাউখোলাৰ ভিতৰত জন্মা ১৪৪ৰ আৰ্ষ প্ৰয়োগক। চিঃ, কিহৰ লগত কি তুলনা কৰিছো। পণ্ডিতজী আৰু মোৰ নিচিনা এটা চুৰা খোৱা কুকুৰ। এনে এখন দেশত জনম লৈছো য'ত আমাক মানে কচু কটা দিলে।



শৃঙ্খল পিন্ধিলো বহু দিনৰ আগতেই। ১৮২৬। মানে কাটিছিল দাৰে। এতিয়া কাটে কলমেৰে। ইয়াতেই শিকিলো আমি—"দেশতকৈ মোমাই ডাঙৰ।"

তথাপিও নিলাজ মনে কলে—মাত নিদিলে নহব।

"তুমি এইখিনিতে মিছা কথা কলা।"

"মিছা কবলৈ মোৰ কিটো আছে?"

"তেনেহলে তুমি বুজাই নাই, তুমি কি কৈ আছা।"

"কেলেই নুবুজিম? নুবুজাকৈ কবলৈ মই কিবা এজনী বৰ্ব্বক নেকি?"

"বৰ্ব্বক নিশ্চয় নহয়। কিন্তু বহু সময়ত বৰ বুধিয়ক মানুহেও নিজৰ দোষ, ভুলবোৰ নেদেখে। আৰু কিছুমান বুধিয়ক মানুহ আছে যি সকলে বুজি পায়ো স্বীকাৰ কৰাৰ সাহস নাৰাখে।"

"মই ভুল ভবা কথা স্বীকাৰ নকৰো। নাইবা বুজি পায়ো স্বীকাৰ নকৰাৰ কথা নামানো। বুজি পাই স্বীকাৰ নকৰাৰ মোৰ কিটো আছে? তুমি মোৰ কোন? একো নহলেও আজি তোমাক লগ পাইছো কিন্তু দুদিন পিছত তুমি কলৈ যাবা সেই বিষয়ে খবৰ ৰাখিবলৈ মোৰ গৰজ একো নাই। তোমালৈ ভয় কৰাৰ বা তোমাৰ আগত লাজ কৰাৰ মোৰ একো নাই। নিজৰ জনা শুনা, সম্পৰ্কীয় মানুহলৈহে লাজ লাগে; নিজৰ সমাজৰ, দেশৰ মানুহলৈহে ভয় লাগে। তোমাৰ ক্ষেত্ৰত ইয়াৰ এটাও নাখাটে।"

"তুমি এইখিনিতে আৰু ভুল কৰিলা। তোমাৰে মোৰে সম্পৰ্ক যে মানবীয় তাকতো তুমি অস্বীকাৰ কৰিব নোৱাৰা।"

"কেতিয়াও নকৰো। মানুহ বুলি নাভাবিলে তোমাৰ আগত এই বকলা নেমেলিলোহেতেন।"

"আচ্ছা, বুজিলো, মানুহ মই। আৰু তুমি সেই বুলি জানিয়েই এই কথাবিলাক কলা। কিন্তু কলা কেলেই? কি দৰকাৰ আছিল? মোক বা যি কোনো অইন মানুহকেই নকলেওতো হলহেতেন।"

"কলো মনটো ভাল লাগিব বুলি।"

"তাৰ মানে তুমি তোমাৰ মনটোক ভাল লগাবলৈ চেষ্টা কৰা?"

তাই ইয়াৰ উত্তৰত একো নকলে। গতিকে ময়েই আকৌ কলো—"তুমি যেহেতুকে তোমাৰ মনটোক ভাল লগাবলৈ চেষ্টা কৰা সেই কাৰণে মই ইয়াকেই বুজিছো যে তুমি নিশ্চয় তোমাক অন্ততঃ ভাল পোৱা। নহলে এই চেষ্টা কেতিয়াও নকৰিলাহেতেন।"

ইয়াৰ উত্তৰতো তাই একো নকলে কিন্তু লাহে লাহে তাই মোৰ কান্ধত মূৰটো থলে। মই একো বুজাৰ আগতেই তাই কান্দিবলৈ আৰম্ভ কৰিলে। তাই হুকুহুকাই কন্দা নাছিল। ফেঁকুৰাও নাছিল। কুঁকুঁৱাই কিবা এটা শব্দ কৰি কান্দিছিল। কান্দোনটো হঠাৎ দুখ পাই কন্দাৰ নিচিনা নহয় আৰু বহুদিনৰ দুখবোৰ গুজৰি



গুমৰি থাকি বাহিৰ ওলোৱাৰ সুযোগ পাই ওলোৱাৰ নিচিনাও নহয়। কান্দোনটো যেন তাইৰ জীৱনটোৰ প্ৰতিফলনহে। বিশ্লেষণ কৰিবৰ অবকাশ তেতিয়া পোৱা নাছিলো, কিন্তু পিচত মন কৰোঁতে তাইৰ কান্দোনৰ সুৰটো সন্ধিয়াৰ বেহাগ যেন লাগিছিল। আজিও লাগে। বহুদিন নেদেখা মানুহ এজনৰ কথা ভাবিলে চেহেৰাটো মনত পৰে কিন্তু সাইলাখ সেই মানুহ জনৰ নিচিনা নহয়, বেয়া আইনাত দেখা প্ৰতিবিম্বৰ নিচিনাহে লাগে। কিন্তু ইমান দিনৰ মূৰত হলেও এতিয়াও তাইৰ চেহেৰাটো মোৰ স্পষ্ট মনলৈ আহে আৰু তাইৰ বেহাগৰ ধাচ থকা কান্দোনটো কিজানি মই এতিয়াও কান্দি দিব পাৰো। পিচে গান নজনা মানুহে মনৰ ভিতৰতে সুৰ ভাজি থকাৰ নিচিনা ময়ো হয়তো কেৱল মনৰ ভিতৰতেহে কান্দি দিব পাৰিম। ৰাইজৰ আগত প্ৰমাণ দিবলৈ নিশ্চয় অপাৰগ হম। এই অক্ষমতাৰ কাৰণে মোৰ দুখ অলপো নাই। কন্দা-কটাৰ ওপৰত মোৰ আস্থা আছে কিন্তু স্পৃহা নাই।

তাই কান্দিলে বহু সময়। ইমান পৰে মোৰ কৰিবলগীয়া একো নাছিল। মূক মানুহৰ ভাষাৰে শান্তনা দিবৰ চেষ্টা কৰিছিলো। কিন্তু শান্তনা লওক চাৰি তাইৰ আৰু বেচিহে হয়। খুব কম সময়ৰ ভিতৰতেই তাই কান্দি কান্দি গালখন লুণীয়া কৰি দিলে।

তাই দুখতে কান্দিছিল নে লাজতে মই ধৰিব পৰা

নাছিলো কাৰণে শান্তনা দিবৰ বাট পোৱা নাছিলো। বুজি পালে হয়তো তৎক্ষণাতেই কিবা কিবি কৈ দিব পাৰিলোহেতেন। কাৰণ শান্তনা দিয়াতো বৰ ডাঙৰ কাম একো নহয়। যি কোনো দুখতকৈ ডাঙৰ দুখ উদ্ভাৱন কৰিবৰ ক্ষমতা মানুহৰ আছে। যি জন মানুহে দুৰ্ঘটনাত হাত এখন হেৰুৱালে, তেওঁক জীৱনটো যে নেহেৰুৱালে তাকে কৈয়েই শান্তনা দিব পাৰি। মুঠতে শান্তনা দিব পৰাৰ মূল কথা হ'ল—হৈ যোৱা দুখতকৈও এটা ডাঙৰ দুখৰ উদ্ভাৱন কৰা। কিন্তু দৰাচলতে শান্তনা বাণী হ'ল—যি কোনো কথাতেই ভগবানৰ বাহিৰে আমাৰ কৰিবলগীয়া একো নাই। আমি কেৱল সহানুভূতি জনাব পাৰো। এই সহানুভূতিয়ে পীড়িতৰ মনক জনায় যে—"তোমাৰ এই দুখৰ সময়ত তুমি অকলে নাই, আমিও লগতে আছো।" ইয়েই মনত বহুটো সাহস যোগায়।

কিন্তু এইৰ ক্ষেত্ৰত মই বৰ বিপদত পৰিলো। তাইৰ কান্দোনৰ কাৰণ নজনালৈকে মোৰ বোবা হৈ থকাৰ বাহিৰে আন একো উপায় নাই। আৰু কাৰণ জনাৰো উপায় নাই। তাইক সুধিবও নোৱাৰি। বোধহয় তাই নিজেও নাজানে।

শান্তনা মানুহে দিব পাৰে কিন্তু গোটেইখিনি নিৰ্ভৰ কৰে লওঁতাৰ ওপৰত। শান্তনা লোৱাটো সময় সাপেক্ষ কথা। কোনেও শান্তনা নিদিলেও সময়ত নিজে নিজেই শান্তনা লব লাগিব। সময়ত সকলো কথায়েই সহনীয় হৈ যায়।



চিলভিয়াকো সময়ে শান্তনা দিলে। মোৰ মূৰৰ ওপৰেদি যোৱা বৰদৈচিলা হঠাতে মাকৰ ঘৰ পালে।

চিলভিয়াই মোৰ ধক্‌ধকীয়া বগা কামিজটোৰ বুকুতে চকুৰ পানী, নাকৰ পানী, মূৰৰ নানা ভঙ্গী কৰি মচিলৈ কঁকাল পোন কৰি বহি ললে আৰু ডাঙৰকৈ শব্দ কৰি হাঁহি দিলে। কলে—

"পাগলী বুলি ভাবিছা ?"

"কি ?"

"মোক তুমি পাগলী বুলি ভাবিছা নিশ্চয়।"

"কেলেই ?"

"এই কান্দিছো, এই হাঁহিছো।"

"হাঁহি কান্দোন লৈয়েই এই পৃথিবীখন নহয় জানো ?"

"হয়। কিন্তু এই কান্দি উঠিয়েই হাঁহিলো।"

"কন্দা মানুহে সদায় কান্দিয়েই নাথাকে বা হঁহা মানুহে সদায় হাঁহিয়েই নাথাকে। হঁহা আৰু কন্দাৰ মাজত এটা সময়ৰ ব্যৱধান মাত্ৰ থাকে। তুমি কব খুজিছা যে তোমাৰ ক্ষেত্ৰত এই ব্যৱধানৰ মাত্ৰাটো অলপ কম হল। এয়েহে।" (হঁহা আৰু কন্দাৰ মাজত বোলে পাৰ্থক্য নাই। মই হলে দেখোঁতে বেলেগ যেন দেখো)।

তাই মোক লাহেকৈ চৰ এটা মাৰি দিলে আৰু সাৰট মাৰি ধৰি আকৌ কান্দিবলৈ আৰম্ভ কৰিলে। কিন্তু তাই এইবাৰ কান্দি কান্দিয়েই কবলৈ ধৰিলে—

"মই এটা কথা লক্ষ্য কৰিছিলো যে যেতিয়া চিনেমাত ক্লাৰ্ক গেব্‌লে চুচান হেৱাৰ্ডৰ মূৰঁৰ চুলিবোৰ লাৰি দিছিল ঠিক সেই সময়তেই মিকে মোৰ চুলিবোৰো লাৰি দিছিল। আৰু যেতিয়া ক্লাৰ্ক গেব্‌লে চুচান হেৱাৰ্ডক চুমা খাই দিছিল তেতিয়া মিকে মোৰ হাতখনত টেপা এটা মাৰি দিছিল। মই কিন্তু বেয়া পোৱা নাছিলো। সেই বয়সত মোৰ যৌন বাসনা হোৱা নাছিল কিন্তু ঔৎসুক্য আছিল। মিকৰ টেপাটোত মই এক প্ৰকাৰে ভালেই পাইছিলো। মোৰ কঁকালৰ হাড় দাল টনটনীয়াকৈ পোন হৈ গৈছিল আৰু তলপেটৰ পৰা কৰঙনলৈকে পিৰপিৰণি এটা অনুভৱ কৰিছিলো। এই পিৰপিৰণিটো মোৰ অসহ্য লাগিছিল কিন্তু ভালো লাগিছিল। ভালৰ আতিসহ্যও নহয় অথচ ভাল আৰু বেয়াৰ সংমিশ্ৰণ যেন লাগিছিল কিন্তু এইটো কেনেকৈ সম্ভৱপৰ হব পাৰে এই বিষয়ে এতিয়াও মোৰ সন্দেহ আছে। কিয়নো তেতিয়া মোৰ বয়স একেবাৰে ফুল কলিয়া নহলেও পুৰঠ নহয়। যৌন সম্পৰ্ক সদায় এটা আনটোৰ পৰিপূৰক। কিন্তু সেই বয়সত মোৰ পৰিপূৰণৰ প্ৰশ্ন উঠা নাছিল।

চিনেমাৰ শেষত ওলাই আহোঁতে মিকে মোক হাতত ধৰি লৈ আহিছিল। ডাঙৰ ছোৱালীবোৰক কাষলতিৰ তলেৰে ধৰাৰ নিচিনাকৈ মোক ধৰি লৈছিল। ইস্কুলৰপৰা কলেজ-লৈকে প্ৰমোচন পোৱা ছোৱালীৰ নিচিনাকৈ গপ্ গপ্‌কৈ ময়ো তাৰ কাষেৰে আহি আছিলো। মিকৰ মুখৰ পিনে



চাওঁতে মোৰ ভাব হৈছিল যে সি যেন নিজকে এটা 'মেটাডোৰ' বুলিহে ভাবি লৈছে। তাৰ চকু ছুটা বৰশীৰ আগত লাগি অহা মাছৰ চকুৰ নিচিনা চিক্‌চিকাই আছিল।

বহু দূৰ ঘূৰি-পকি আমি ঘৰৰ পিনে আগ বাঢ়িছিলো। চিনেমা চোৱাৰ পিচত মিকৰ সান্নিধ্যটো মোৰ ভালেই লাগিছিল। মিক বুলি নহয়, যি কোনো মানুহৰ সান্নিধ্যই বোধহয় সেই সময়ত মোৰ ভাল লাগিলহেতেন। পৃথিবীত এনে কোনো মানুহ নাই যাৰ সান্নিধ্য ভাল নালাগে। সান্নিধ্য হব পাৰে মানুহৰ, হব পাৰে প্ৰাকৃতিক দৃশ্যৰ, কিতাপৰ, ভাৱৰ, নিঃসঙ্গতাৰ। সান্নিধ্য ভাল হব পাৰে, বেয়াও হব পাৰে। বেয়াই ভালৰ স্বভাব নষ্ট কৰিব পাৰে। কিন্তু তাৰ অৰ্থ এয়েই নহয় যে মানুহক সান্নিধ্যৰ দৰকাৰ নাই। কিয়নো আমি কেৱল নিজক লৈয়েই থাকি একো পাব নোৱাৰো।

কিবা এটা পাবৰ কাৰণে ভালেই হওক, বেয়ায়েই হওক, কাৰোবাৰেই হওক, বা কিবা এটায়েই হওক আমি আলম হিচাবে লব লাগিব। সেই দিনা ৰাতি মিকৰ সান্নিধ্যৰ কিবা দৰ্কাৰ আছিল নে নাই নাজানো আৰু তাৰ পৰা মোৰ কিবা লাভালাভ আছিল নে নাই তাকো নাজানো কিন্তু মোৰ হলে ভাল লাগিছিল। ভাল লগা কাম সকলোৱে কৰে আৰু বেয়া লগা কাম কোনেও নকৰে। কিন্তু বেয়া লাগিলেও জ্বৰ হলে তিতা ঔষধ সকলোৱে খায়।—উপায় নাই। মিকৰ

সান্নিধ্যই যে মোক তিতা লগাব সেইটো মই মোৰ অসভ্য সপোনতো ভাবিব পৰা নাছিলো।

মোৰ জীৱনৰ প্ৰথম পুৰুষ মিকে মোক বহুটো জ্ঞান দিলে। তেতিয়াৰ পৰায়েই মই ভালকৈ শিকিলো—"সন্দেহ, ইৰ্ষা, দ্বেষ। আজি মই সকলোকে সন্দেহ কৰো।"

"মোকো ?"

"ওঁ। তোমাকো।"

"অকলে, এই নিৰ্জনত তোমাৰ লগত ইমান সময় কটালো আৰু ইয়াৰ ভিতৰত সন্দেহ কৰিবৰ অৱকাশ মই তোমাক অকণো দিয়া নাই।"

"তাতেইতো তোমালোকৰ বাহাদুৰী।"

"এতিয়া যদি মই ৰূপ বদলাওঁ ?"

"তাৰ কাৰণে মই অলপো পৰোৱাই নকৰো। মিকৰ পিচত মিকৰ ল'ৰাক লগ পাইছো, তাৰ ল'ৰাকো লগ পাইছো। তুমি ইয়াত কি পাবা ? বাৰু গছৰ গুটি কেইবিধ ?"

"কি গছৰ গুটি কেইবিধ ?" —ছোৱালীজনী বোধহয় পগলা। নহলে হঠাতে কিবা কথা কৈ কৈ—গছৰ গুটি। তথাপিও বেৰস ( মোৰ কাৰণে ) হয় বুলি কলো—

"লাখ লাখ গছৰ লাখ লাখ ধৰণৰ গুটি আছে।"

"তুমি বুজা নাই। গুটি হল তিনি বিধ—এবিধ হল গুটি, আন বিধ ধেনা আৰু তিনি নম্বৰ বিধ চোকোৰা, চোকোৰা। বুজিছা ? একেবাৰেই চোকোৰা, চো—কো—ৰা, চোকোৰা,



চোকোৰা।" বুলি কৈয়েই মোৰ গাত পৰি আকৌ এবা কান্দোনৰ সুঁত ধৰিলে। কন্দাৰ বাহিৰে তাইৰ দ্বিতীয় শব্দ ওলাই আছিল—"চোকোৰা, চোকোৰা, চোকোৰা।"

দাইল ধুৱলৈ বুলি পানীত পেলাই দিলে ভাহি উঠা চোকোৰা বিলাকৰ নিচিনা অসংখ্য চোকোৰা তেতিয়া ভাহি ফুৰিছিল মোৰ মগজত। চোকোৰা ময় দেখিছিলো চাৰিও-পিনে আৰু চোকোৰা জনী পৰি আছিল মোৰ কোলাত! কিন্তু মনতে মই ভাবিছিলো—

"She half consents, who silently denies" সেই কাৰণেই বোধকৰো মিকে ভাবিছিল চেক্সপীয়াৰে কোৱাৰ দৰে—"She is a woman, therefore may be wooed ; she is a woman, therefore may be won" কিন্তু চিলভিয়া কেঁচুৱা আছিল।

ইমান ভাৱপ্ৰৱণ ইউৰোপীয় ছোৱালী মই আগেয়ে কেতিয়াও লগ পোৱা নাই। ভাৰতীয় ছোৱালী হলে আচৰিত নহলোহেতেন। অসমীয়া হলেতো কথাই নাই। যি কেইজনী লগ পাইছো ( অন্যৰ সম্পৰ্কত হে দেই ) সিহঁতকতো কান্দি থকায়েই দেখিছো।

চিলভিয়াৰ এই মনৰ অৱস্থাত মোৰ একমাত্ৰ কৰ্ত্তব্য হল তাইৰ মনটো আন পিনে ঢাল খুওৱা। সেই কাৰণে বাগিছাখনৰ পিনে আঙুলিয়াই তাইক সুধিলো—

"বাৰু চিলভিয়া, এই বাগিছাত থকা ফুলবোৰৰ নাম

জানানে ? দাঁত ভঙা উদ্ভিদ বিজ্ঞানৰ নাম নহয়, ইংৰাজী নামহে দেই ।"

"জানো কিছুমান ।"

"কোৱাচোন কেইটামান ।"

"কেন্দি টাফ্ট ।"

"ওঁ ।"

"ওকোনি বেল্‌চ ।"

"আৰু ?"

"কেট্‌চ ফ্লাই কেম্পিয়ন ।"

"ওঁ ।"

"গোল্ড থে্‌ড ।"

"সোণৰ নে ?"

"ষ্ট্ৰীপ্‌ড পিপচিচেৰা ।"

"আফ্রিকান নাম নেকি ?"

"নহয়, পুৰা ইংৰাজী ।"

"আৰু ?"

"আৰু, থাক দিয়া ।"

"থাক দিয়া বুলিও কিবা ফুল আছে নেকি ?"

"নহয়, এই বিলাক মিছা মিছি—"

"কোৱানা ছুটামান আৰু ।"

"টুইন ফ্লাৱাৰ ।"

"যঁজা নেকি ?"



"মুন ৱাৰ্ট ।"

"জোনবাইৰ খহু থাকে নেকি ?"

"নেভেল চিড ।"

"জাহাজতনো কি ফুল হয় ?"

"টোড ফ্লেক্স ।"

"ভেকুলীকনো টনাটনি কৰা কিয় ?"

"ফোম ফ্লাৱাৰ ।"

"চাবোন—পানীতহে হয় হবলা ?"

"ডোৱাৰ্ফ ট্ৰিল্লিয়াস ।"

"বাওনা ?"

'আমুৰ এডোনিচ ।"

"এইবাৰ আচলটোলৈ আহিছা ।"

"লাভ মি নট ।"

"কেলেই ?"

"ফৰগেট মি নট ।"

"নিশ্চয় নহয় ।"

"কিচ্‌ মি কুইক ।"

এই ইমানখিনি বহুৱালি কৰিও তাইৰ মনটো ঠিত্‌ লগাব নোৱাৰিলো । শাঁত পেলাবলৈ কৰা সকলো চেষ্টাকেই ব্যৰ্থ কৰি তাই আকৌ আৰম্ভ কৰিলে—

"এই শিক্ষাই শিক্ষা নহল । তেতিয়া বুজা নাছিলো যে এই নামে নাম নহয় আৰু নাম আছে । হঠাতে লগ পাইছিলো বুলক ।

"বুল ?"

"ওঁ, বুল।"

"ভাৰতত এনেকুৱা নাম বহুতো আছে।"

"বুলৰ জন্মও ভাৰততেই, দেউতাকে তাত বেৰিষ্টাৰী কৰিছিল।"

"বুলে কাম কৰিছিল শুল্ক বিভাগত। মানুহটোৰ বিষয়ে মই এতিয়াহে লাহে লাহে বুজিব ধৰিছো। তাৰ গোটেই জীৱনটোৱেই নানা ৰকমৰ খেলা খেলি কটাইছে। একো একোটা সময়ত তাৰ একো একোটা বাতিকে লগ দিয়ে। কিছু দিনৰ পিচতেই নাইকিয়া হয়। তাৰ পিচত আন এটা ধৰে। কিন্তু সি যে সকলো কথাকেই খেলা বুলি লব পাৰে এই কথাটো মই বিশ্বাস কৰিবলৈ আজিও টান পাওঁ। মই জনাত তাৰ হবিৰ ( hobby ) বিষয়ে কেইবাটাও জানো। এসময়ত আছিল মটৰ চাইকেল। একে বছৰতে কেইখননো নবদলালে! তাৰ পিচত হল কুকুৰ। কত ৰকমৰ কুকুৰ—এলচেচিয়ান, দালমেচিয়ান, পিকিনিজ, চেটাৰ, পুড্‌ল, টেৰিয়াৰ, কুলি, পইণ্টাৰ, লাব্ৰাডোৰ, চিড্‌নি চিলকি, স্পেনিয়েল, বক্সাৰ, বুলডগ্‌। কুকুৰবিলাক মৰি যোৱাৰ পিচত হ'ল ৰেকৰ্ড কিনাৰ চখ। তাৰ আগলৈকে কিন্তু মই বুলক কুকুৰৰ কেনেলৰ মালিক বুলিয়েই জানিছিলো। সিয়ো নিজকে কুকুৰৰ প্ৰজননকাৰী বুলিয়েই কৈ ফুৰিছিল। ৰেকৰ্ডৰ পিচত আৰম্ভ হ'ল কেমেৰা। প্ৰথমেই কিনিলে ২২৫ পাউণ্ড দি



এটা কেমেৰা আৰু তাৰ লগৰ আনুসঙ্গিক বস্তুবোৰ। কেমেৰা কিনিবৰ দিনাখনৰ পৰায়েই বুল হৈ উঠিল ফটো তোলাৰ বিশেষজ্ঞ। বোধহয় ফটোৰ বিষয়ে কবলৈ তাৰ কোনো শ্ৰোতা নাছিল। গতিকে মোকেই সহজতে পালে। কিন্তু যিদিনা সি টেলিফটো লেন্স লগাই তিনি ফুট দূৰৰ পৰা মোৰ ছবি এখন ললে, সিদিনা বুলৰ চবি সম্পৰ্কে জ্ঞানৰ ওপৰত মোৰ অলপ সন্দেহ হৈছিল। ৰব নোৱাৰি মই সুধিও পেলাইছিলো। তেতিয়া সি মোক বুজাইছিল যে, টেলিফটো লেন্স লগাই ওচৰৰ পৰা ছবি তোলা একেবাৰে এলামুলা কাম নহয়। ইয়াৰ কাৰণে যথেষ্ট জ্ঞানৰ দৰকাৰ। ভালকৈ তুলিব পাৰিলে এবিধ বিশেষ ৰকমৰ আশ্চৰ্য্য ছবি তুলিব পাৰি। বুলৰ গোটেই বক্তৃতাটো সেই সময়ত হজম কৰিছিলো। কিন্তু ফটোখন হলে কোনো দিনেই দেখা নাপালো।

পাহৰিছিলোৱেই, মাজতে বুলৰ বন্দুক কিনাৰ চখ এটা পাৰ হৈ গৈছে। কিনিছিল নানা ৰকমৰ কিন্তু ঘনচিৰিকা এটাও মাৰিছিল নে নাই মোৰ হলে সন্দেহ। এটা ৰাইফ্‌ল কিনাৰ পিচত হলে মোক দেখুৱাইছিল আৰু কৈছিল যে ইয়াত পোন্ধৰতা গুলি একেলগে ধৰে। ৰাইফ্‌লটোত হেনো এটা বিশেষ চাবি আছে। সেইটো টিপি ধৰিলে গোটেই পোন্ধৰতা গুলি একেলগে ওলাই যায়। এই সুযোগটো থকা কাৰণে যি কোনো বন্য জন্তুলৈ ভয় নাই। ডাইনোচৰ

এটা ওলালেও পৰোৱাই কৰাৰ একো কাৰণ নাই। মই অৱশ্যে বিশ্বাস কৰিছিলো। ভাবিছিলো—আমেৰিকান বিলাক গুলি বাৰুদত বিশেষ পাৰদৰ্শী। হয়তো সিহঁতে এনেকুৱা ৰাইফ্‌ল এটা উলিয়াইছেই। নহলেনো বুলে ইমান বৃটিছ ৰাইফ্‌ল থাকোতে আমেৰীকান ৰাইফ্‌ল এটা লব কেলেই? হেৰ সিদিনাহে গম পালো মেজৰ কপ্লফিটৰ পৰা যে এনেকুৱা ৰাইফ্‌লটো হেনো এটা সপোন।

মই জনাত বুলৰ শেষ চখৰ এটা হ'ল ছোৱালী। ৰাইফ্‌ল বদলি কৰাৰ নিচিনাকৈয়েই বুলে ছোৱালী বন্ধু বদলি কৰিছিল। মই কোন নম্বৰ নাজানো। বুলৰ এই চখটোৰ যিহতেই মই বুলক জানিবৰ সুযোগ পাইছিলো। প্ৰথমতে যি কেইদিন তাক লগ পাইছিলো, মোৰ দেউতা মাৰ আগতেই লগ পাইছিলো। সি যে দেখিবলৈ বৰ ধুনীয়া আছিল তেনেও নহয়। হটঙাকৈ ওখ মানুহটো। প্ৰথমে দেখোতে মানুহটোৱে মোৰ মনত একো সাঁচ বহুৱাব পৰা নাছিল। কিন্তু পিচত লাহে লাহে মই তাৰ প্ৰতি আকৃষ্ট হৈ আহিবলৈ ধৰিলো। কাৰণ তাৰ এটা বিশেষ গুণ আছিল যে সি সজাই পৰাই মিছা কথা বৰ সুন্দৰকৈ কব পাৰিছিল। তাৰ যিবিলাক বন্ধু আছিল সিহঁতে তাক মিছলীয়া বুলি ভাল দৰে জানিছিল অথচ তাৰ হাতত সদায়েই ঠগ খাইছিল। এদিনাখন তাৰেই এজন বিশেষ বন্ধুৱে বন্ধুত্বৰ মৰ্য্যদা দি মোৰ আগতেই কৈছিল—



"মই জানো যে মোৰ এই বন্ধুবোৰৰ কোনো এজনৰেই নৈতিক চৰিত্ৰ নাই। গোটেই কেইজনৰ ভিতৰত বুলেই বোধহয় এখোপ চৰা। আজি যদি মোৰ এনে এটা বেমাৰ হয় যে যি বেমাৰটোৰ কাৰণে ডাক্তৰে মোক চুইটজাৰলেণ্ডলৈ যাবলৈ পৰামৰ্শ দিব পাৰে তেতিয়া যদি মই মোৰ পৰিবাৰক এৰি থৈ যাব লাগে তেনেহলে তেওঁক হয়টো মই মোৰ কোনোবা বন্ধু এজনৰ তাতে থৈ যাম। এই বন্ধু বিলাকৰ ভিতৰত বোধহয় বুলেই সকলোতকৈ লুৎসা। কিন্তু তথাপিও মই হয়টো বুলৰ লগতেই তাইক থৈ যাম। কেলেই? কাৰণ বুল মোৰ বন্ধু। বন্ধুত্বৰ ওপৰত মই একোকেই স্থান নিদিওঁ। নিজৰ ভাইকো যি স্থলত বিশ্বাস কৰিব নোৱাৰি সেই পৰিস্থিতিত বন্ধুক সহজে বিশ্বাস কৰিব পাৰি।"

এই কথাখিনি শুনি মই পেটে পেটে ভাবিছিলো— 'তুমি বুলক চিনিবলৈ এতিয়াও বাকী।' কাৰণ তেতিয়া মই বুলক অলপ অলপ বুজিব ধৰিছিলো। মনটো টেঙাই আহিছিল কিন্তু একেবাৰে তিতা হোৱা নাছিল।

বুলে মোক প্ৰথম লগ পাইছিল খৃষ্টমাচৰ আগে আগে। কেইবাৰমান লগ পোৱাৰ পিছতেই সি লিভাৰপুললৈ গল গৈ। মোক কৈ গৈছিল যে খৃষ্টমাচত সি লিভাৰপুলতেই থাকিব। কিন্তু খৃষ্টমাচৰ আগদিনা হঠাতে সি লণ্ডন ওলালহি। মোলৈ ধুনীয়া সোণৰ ঘৰী এটা আনিছিল সি। মই একেবাৰে আচৰিত হৈছিলো সি লণ্ডন ওলোৱাত আৰু দ্বিতীয়তে

ঘৰীটো পাই বৰ বং পাইছিলো। ইমান গাল টকা খৰচ কৰিছিল সি ঘৰীটোত! কিন্তু এতিয়া ঘৰীটো ঘোচ হিচাবে পোৱা বুলি ভাবিবলৈও মোৰ অলপো টান নালাগে। নহলেনো উপহাৰ দিয়া ঘড়ীটো সি ওভোটাই লৈ যায় নে?"

"কি?"

"ওঁ, ওভোটাই নিলে সি ঘড়ীটো। সিদিনাখনেই সি মোৰ লগত সকলো সম্পৰ্ক ছেদ কৰি যায়। মানুহ যে ইমান নিষ্ঠুৰ হব পাৰে, মই আগতে কল্পনাও কৰিব পৰা নাছিলো। মই ভাল পাইছিলো বুলক অন্তৰ ভৰি। সি অন্ততঃ এই ভালপোৱাৰ মৰ্য্যদা ৰাখি মোক ঘড়ীটো খুজিব নালাগিছিল। তাৰ কাৰণে এই ঘৰীটোৰ মূল্যটো একো নহয়। মোৰ কাৰণেও নহয়। আন হাতে মোৰ কাৰণে ই অমূল্য আছিল। কাৰণ আজিও মই এই দোষে গুণে ভৰা মানুহটোক ভাল পাওঁ।

এই ঘড়ী নিয়াৰ কেইদিনমানৰ পিছতেই শুনিলো যে সি ফেলিচক বিয়া কৰাব। ফেলিচক মই সৰুৰে পৰায়েই চিনি পাওঁ। লাহী, ওখকৈ ধুনীয়া ছোৱালীজনী। বৰ ভাল ছোৱালী ফেলিচ। সিহঁতৰ ল'ৰা এটা ওপজিছে কেই মাহমানৰ আগতে। অলপতে শুনিলো বুল হেনো কানাডালৈ গৈছে কিবা কামত। যি কোম্পানীৰ কামত গৈছে সেই কোম্পানীৰ কানাডাত কিবা ঠিকা এটা আছে। দুবছৰমান লাগিব শেষ হওঁতে। এই দুবছৰে সি নাহে। অহা বছৰ



ফেলিচ হেনো তাৰ লগলৈ যাব। ঈশ্বৰে কৰক। ফেলিচ তাৰ ছোৱালী—ৰোগৰ শেষ উপকৰণ নহলেই হয়।

এতিয়ালৈকে এয়েই মোৰ ভালপোৱাৰ শেষ ইতিহাস। এই বয়সতেই যথেষ্ট শিকিলো। আৰু শিকিবলৈ নাই যেন লাগিছে। সকলো মানুহৰ ওপৰত বিতশ্ৰদ্ধ হৈছো, ভাল পোৱাৰ ওপৰত বিতৃষ্ণা জন্মিছে। তোমাক সঁচা কথা কওঁ। কি জানা? কাৰোবাক ভাল পাবলৈ মনটোৱে মাজে মাজে এতিয়াও বিচাৰে। কিন্তু সাহ নহয়। সকলো কথাৰেই বাস্তব ফালটো বোধহয় এনেকুৱা। সকলো বস্তুৱেই সাময়িক ভাবে ভাল। আৰু এই সাময়িক ভাবে ভাল বস্তুবিলাকৰো অলপেইহে ভাল। ভাল খোৱা খাই ভাল লাগে। থকত বেছিকৈ খাইদি পিছত যেতিয়া পেটটো ওফন্দি আহে তেতিয়া বতিয়াই দিবৰ মন যায়। কিন্তু ভাল খানাৰ মৰ্য্যদা ৰাখি বমি কৰাৰ পৰা বিৰত থাকিবলগীয়া হয়।

এনেতে মোৰ তৰমুজ খোৱা পাঠান এটাৰ কথা মনত পৰিল—পাঠান এটাই কেঁচা তৰমুজ এটা খাই আছে আৰু বেচোঁতাক গালি পাৰি আছে। ইয়াকে দেখি মানুহ এজনে কলে—"তই যে গালি পাৰি আছ, তৰমুজটো ভাল পোৱা নাই যদি পেলাই নিদিয় কেলেই?"

পাঠানে খাই খায়েই মাত লগালে—"হাম তৰবুজ নেহি খাতা হাই, পইচা খাতা।"

চিলভিয়াৰ আত্মকথা শুনি শুনি নিজৰ জীৱনটো ফঁহিয়াই

চাইছিলো। এনেকুৱা অতীত মোৰ কোনো দিনে নাছিল। ছোৱালীজনীলৈ পুতৌ ওপজিছিল। চিলভিয়াৰ মুখৰ পৰা এইখিনি কথা নুশুনি ল'ৰা এটাৰ মুখৰ পৰা শুনিলে ইমান বেয়া নালাগিলহেতেন। কিয়নো ল'ৰাৰ ভালপোৱাটো কেৱল ভালপোৱাই, কিন্তু ছোৱালীৰ ক্ষেত্ৰত ইয়েই হ'ল জীৱন। ছোৱালীৰ ভালপোৱাটোক ব্যৱসায় বুলি নকওঁ, কিন্তু ইয়াকে লৈয়েই ইহঁতৰ জীৱনৰ বাকী ছোৱা কাটি যায়, সংস্থানৰ কথা নভবাকৈয়েই। মটা মানুহ দাতা আৰু মাইকী মানুহ গ্ৰহিতা। দুইটা দুইটাৰেই পৰিপূৰক কিন্তু টকাটোৰ ইপিঠি আৰু সিপিঠি। মাছৰ দুপিঠি পোৰে কিন্তু বুলৰ দুসেৰ মণিপুৰী চিৰা ভিজাই দিব পৰা ৰস লগা কথাত ভোল গৈ তাইৰ চাৰিও পিঠি পুৰিলে। পিছলৈ চাবলৈ নাই, আগলৈ বাট থাকিলেও তাই সাহসৰ মূৰ কেতিয়াবাই খাইছে। তাইৰ ভৱিষ্যত পোহৰ হোৱাৰ হয়টো আশা আছে। সময় সাপেক্ষ। মটা মানুহৰ ভালপোৱা নিজে নিজেই অঙ্কুৰিত হয়। মাইকী মানুহৰ ভালপোৱা গজাব লাগে। তাৰ কাৰণে পানী, পোহৰ, তাপ খোটেইখিনি লাগে। গজিলেও আপদাল নহলে মৰহি যায়। লৰাই নিজৰ ভালপোৱাৰে ছোৱালীক ওপচাই দিব লাগিব। তাই ভৰি বাগৰি পৰাখিনি তাৰ। দান কৰাৰ পিছৰ অৱশিষ্ট খিনিহে দাতাৰ। গ্ৰহিতাৰ গ্ৰহণ পাত্ৰ ফুটা হলে দাতাৰ ভাগ—'নিমিলা অঙ্ক'।

ৰাতিপুৱা ছটাৰ পৰা আকৌ কাৰখানা। গতানুগতিক ভাবে কাম কৰিব যোৱা। দিন যায় মানে মোৰ ক্ৰমে অসহ্য লাগি আহিছে। আমি কাম কৰা বনুৱা নহয়, যেন মেচিনৰ এটা অংশ বিশেষহে। মেচিন বেয়া হলে ভাল লাগে। কিছু সময়ৰ কাৰণে হলেও কামৰ পৰা অব্যাহতি পোৱা যায়। ভাল লগাটো পৰিশ্ৰমৰ লাঘব হোৱা কাৰণে নহয়। গতানুগতিকতা ভঙা কাৰণেহে।

আমাৰ কেম্পতে থকা ইংৰাজ ল'ৰা এটায়ো এই একেটা কথাকেই কৈছিল। সি কাম কৰে আন এটা কাৰখানাত। তাত সিহঁতে সিদ্ধ ফলবিলাক টিনত ভৰাব লাগে। অনবৰত ভৰাই থাকি থাকি আমনি লাগিলে লাইনৰ মাজৰ পৰা টিন এটা বগৰাই দিয়ে। টিন বাগৰ খায়েই মেচিনৰ চেপাত সোমাই যায়। চেপাৰ পৰা টিন উলিয়াই অচল কল সচল কৰোঁতে ইঞ্জিনিয়াৰৰ খুব কমেও আধা ঘণ্টা লাগে। এই আধা ঘণ্টা সকলোৱে বহিবলৈ পায়। কাৰখানাৰ কৰ্মীৰ ভিতৰত এনেকুৱা দুষ্ট বুদ্ধি কোনেও নখটুৱায়। এইবিলাক

কাম কেৱল স্কুল কলেজৰ ল'ৰাইহে কৰে। কিন্তু বৃটিছ ল'ৰা ছোৱালীৰ মাজত বিৰল। সেই কাৰণে এই ল'ৰাটোৰ কথা শুনি বৰ আচৰিত হৈছিলো।—কাউৰীৰ পোৱালীও হথাতে কেতিয়াবা এটা বগা হৈ ওপজে।

আমাৰ কাৰখানালৈ নতুনকৈ এটা ভাৰতীয় ল'ৰা আহিছে। ডঃ খান। আমেৰিকাৰ অৰিজোনা নে উইচকন্‌চিন কিবা এটাৰ পৰা ডক্টৰেট পাইছে, ইঞ্জিনিয়াৰিঙত। এতিয়া আকৌ ডক্টৰেটৰ কাৰণে খাটিছে নিউকেচেলত। এই কাৰখানাত কেই সপ্তাহমান কাম কৰিব। বন্নুৱা হিছাবে নহয়, ইঞ্জিনিয়াৰ হিচাবে। আমাৰ লগত তাৰ সাধাৰণতে দেখা দেখি নহয়। হলেও আমাক সি মানুহ বুলি গণ্য নকৰে। অথচ আমাৰ লগৰ বহুতে হয়টো আৰু দুই এমাহৰ ভিতৰতেই ডক্টৰেট পাব। তাৰ ব্যৱহাৰ দেখি মোৰ গুৱাহাটীত থকা ডক্টৰেট কেইটামানলৈ মনত পৰিছিল, যি কেইটাৰ হয়তো ডিগ্ৰি এটা পাবৰ যোগ্যতা আছেনে নাই সিয়ো এটা সন্দেহৰ বিষয়। শহা আৰু কাছৰ দৌৰত কাছই আগ হৈছিল বুলি সকলোৱে জানে। কিন্তু তাৰ মানে এয়েই নহয় যে কাছই শহাতকৈ বেছি দৌৰিব পাৰে।

মুখখনত শালমইনা নাথাকিলে, দেখিবলৈ শুৱনি খানটো; পিঠিত যোৰা নোহোৱা আমেৰীকান কোট পিন্ধা খানটো; চুঙাৰ নিচিনা পেণ্ট পিন্ধা খানটো; বতিয়াৰ নিচিনা টাই মৰা খানটো; মূৰত চিলভিক্ৰীন লগোৱা খানটো; বল-দাঙ্কত



ভাৰত-নাট্যম নচা খানটো; কথা কওঁতে থ্যাগৰাজা গোৱা খানটো কেইদিন মানৰ ভিতৰতেই ভাৰতীয়ৰ কাৰণে কেলেঙ্কাৰী আৰু ইউৰোপীয়ৰ কাৰণে উপলুঙাৰ পাত্ৰ হৈ পৰিল। গতিকে আমি লাজ পালো ভাৰতীয় হিছাবে আৰু তাক লগ পোৱা গোটেই কেইদিনেই সি ব্যৱহাৰ কৰি গল কোনোবা খান আৰু খাননীৰ বংশৰ অকাল কুষ্মাণ্ড হিছাবে। চুট নোহোৱাকৈ তাক কোনো দিনেই লগ পোৱা নাছিলো, কেম্পত। গা বোধহয় সি ধোৱা নাছিল কোনো দিনেই। নহলে আমাৰ মাজৰ কোনোবাই তাক নিশ্চয় দেখিলো হেতেন, চুট নোহোৱাকৈ, গা-ধোৱা ঘৰত। চলনে, ফুৰণে, অসনে, বসনে সি ফুটাই তুলিছিল ইউৰোপীয়, ব্যৱহাৰত জান্তৱীয়, পাছপোৰ্টত ভাৰতীয়। আগৰ কেইটাত আমাৰ আপত্তি নাছিল কিন্তু পিছৰটো হলে মানি লব পৰা নাছিলো। আমি নললো কি হল, গৱৰ্ণমেণ্টে মানি লৈছিল আৰু সেই কাৰণেই সি আমেৰিকাৰ পৰা ইউৰোপলৈকে বগুৱা বাই ফুৰিব পাৰিছিল।

আমাৰ লগতে কাম কৰা মলি চিনেমালৈ যোৱাৰ কথা ৰণৰ লগত। কাৰখানাৰ পৰা ৰণে ময়ে ওলাই আহোঁতে দেখিছিলোও মলি বাহিৰতে ৰৈ থকা। ধুনীয়া সাজপাৰৰ উপৰিও মূৰত তাইৰ লেপেট খাই থকা টুপী এটা আছিল। টুপী নহয়, যেনিবা ফেল্ট কাপোৰ এচটাহে—বিলাতৰ টুপীৰ অতি আধুনিক ফেচন। সকলো আকাঙ্খা আৰু একাগ্ৰতা

লৈয়েই তাইক বৈ থকা দেখিছিলো। তাতেই এৰিছিলো মই সিহঁতক।

ৰাতি দহমান বজাত বণ ঘূৰি আহি কেম্প পাওঁতে শুনিলো সকলো কথা। পালো সাধাৰণ বিলাতী ছোৱালীৰ মনৰ সন্দেহ। এই কাৰখানাৰেই চাৰ্জমেন এজনৰ ভায়েকৰ লগত হেনো তাইৰ ভাল। ভাল মানে, ভালপোৱা বুলিয়েই কয়। সি ল'ৰাটোও হেনো বেয়া নহয়। তাই, ছোৱালী জনীটো ভালেই। কিন্তু মই তেতিয়া বুজিব পৰা নাছিলো আৰু আজিও বুজিবলৈ টান পাওঁ, তাইনো কেলেই আন এটা ল'ৰাৰ লগত ওলাই যাবলৈ বিচাৰে। তাই হেনো চিনেমালৈ যাওঁতে আৰু হলৰ ভিতৰতো বাৰে বাৰে সচকিত হৈ উঠিছিল, কিজানি সেই ল'ৰাটোৱে তাইক আনৰ লগত যোৱা দেখা পায়েই। এই কথাটো তাই ৰণৰ আগতো লুকোৱা নাছিল।—ছোৱালীৰ মন বুজাতো এনেয়েই টান, বিলাতী ছোৱালীৰ আৰু টান।

কেম্পত আমাৰ ছসপ্তাহ হলহি। আমাৰ দেশতেই নহয়, বিলাততো আচহুৱা এই জীৱনটোক কিছু দিনৰ কাৰণে হলেও নিজৰ কৰি লৈছিলো। গোটেই অলপ দিন নহয় ছসপ্তাহ। ছসপ্তাহত বহুতো কথায়েই হৈ যায়। জীৱনৰ ডাঙৰ ডাঙৰ ঘটনাবোৰ ঘটিবলৈ ছসপ্তাহৰ প্ৰয়োজন নাই। এনেকুৱা ঘটনাৰ স্মৃতি বহন কৰিব লাগে জীৱনৰ বাকী দিন কেইটাই। স্মৃতি বস্তুটো দোকানীৰ হিছাব ৰখা খাতাৰ নিচিনা।



এই হিছাববিলাক শুদ্ধ হওক, ভুল হওক বা হিছাবৰ অঙ্কটো সৰুৱেই হওক বৰেই হওক; খাতাৰ পৰা মচ নাখায় কিছু দিনৰ কাৰণে। পুৰণি খাতাৰ বহুতো আখৰ সময়ত মচ খায়। তেনেদৰেই বেছি প্ৰাধান্য নিদিয়া কথা কিছুমান স্মৃতিৰ পৰা আতৰি যায়। সাধাৰণতে সুখৰ দিনবিলাকৰ কথা খুব কমেই মনত থাকে। এনেকুৱা দিনৰ কথা মনত থাকিলেও ই শুকাই যোৱা ধুনীয়া ফুল এপাহৰ নিচিনা। কিন্তু স্মৃতিয়ে অতি আদৰেৰে বহন কৰি নিয়ে জীৱনৰ ডাঙৰ আঘাতবোৰ, অকণো মলিন হবলৈ নিদিয়াকৈ।

আমি যাবলৈ ওলালো। মাল বস্তু লৈ অফিচলৈ আহিছো। বুঢ়া লেমনৰ লগত শেষ হিচাব-নিকাচ কৰি ললো। চাইকেলখন লেমনকেই গতালো, বেছিবলৈ। কিন্তু বুঢ়াৰ লগত চাইকেলৰ কাৰবাৰটো অপাদান নহৈ সম্প্ৰদান হব বুলি জানো কেতিয়াবা ভাবিছিলো?

হিছাবৰ পিছতেই বুঢ়াই কলে যে ছোৱালী এজনী হেনো মোৰ কাৰণেই বৈ আছে। ইমান পৰে মন কৰা নাছিলো। কোঠাটোৰ চুকত থকা চকিখনতেই বহি আছে ছোৱালী জনী—'কেথেৰিণা লুচিফেৰা গঞ্জালেজ দি গৰৱিণা।' মনত আছিল মোৰ গোটেই ছোৱালীজনী, কোযে কোযে। তায়েই আৰম্ভ কৰিলে—

"হথাতেই যাব লগিয়া হলো মই। ঘৰলৈ। মানে স্পেইনলৈ। আইতাৰ কেন্সাৰ হৈছে। শেষ কালত পাওঁনে নাপাওঁ।"

আন বেমাৰ হোৱা বুলি কলে হয়টো ভাল হৈ যাব বা আন কিবা এটা কৈ দিলো হেতেন। কিন্তু কেন্সাৰ বুলি কোৱাৰ পিছত মোৰ কবলগিয়া একোৱেই নাথাকিল। তায়েই আকৌ কলে—

"আজি ইয়াত থাকি কাইলৈ যাম বুলি ভাবিছিলো।

তুমিতো যাবলৈ ওলালাই। যোৱা গৈ। ঈশ্বৰে কৰিলে কেতিয়াবা আকৌ দেখা-দেখি হব।

আদিওচ্।"

"আদিওচ্।"

ঈশ্বৰ তোমাৰ সহায় হওক।

"বাইয়া কণ্ডিওচ।"